কাম[illegible]-গ্ৰন্থৰ চতুৰ্থ অৰ্ঘ্য—

# দ্ৰব্যগুণ-দৰ্পণ

দৰৱ গছ-গছনি, শাক-পাচলি আৰু মাছ-

[illegible] শাস্ত্ৰীয় সংস্কৃত, অসমীয়া,

বঙ্গলা আৰু লেটিন (Botanical)

নাম আৰু গুণাৱলী।


শ্ৰীযাদৱ দেৱ শৰ্ম্মা

কৰ্ত্তৃক সংগৃহিত







মূল্য—ডেৰ টকা মাত্ৰ।

মুদ্ৰক—

শ্ৰীজীৱেশ্বৰ দেৱ শৰ্ম্মা
কামাখ্যা-প্ৰেছ।

প্ৰকাশক ঃ—

কামাখ্যা-প্ৰেছ
টিহু, অসম।

সন—১৯৫১ ইং

# পূৰ্ব্বাভাষ—

শ্ৰদ্ধাস্পদ কবিৰাজ শ্ৰীযুত মাধৱ দেৱ শৰ্ম্মা কৰ্ত্তৃক সঙ্কলিত "**দ্ৰব্যগুণ দৰ্পণ**" নামৰ এই কিতাপ খনি পঢ়ি আনন্দিত হলোঁ। আমাৰ অসমীয়া ভাষাত আয়ুৰ্ব্বেদৰ এই ধৰণৰ কিতাপ এই খনেই প্ৰথম। শ্ৰীযুত শৰ্ম্মা দেৱৰ বহু দিন ধৰি কৰা অক্লান্ত চেষ্টাত এই গ্ৰন্থৰ সম্পাদনা সুসম্পন্ন হৈছে।

আয়ুৰ্ব্বেদ ভাৰতৰ সাৰ্ব্বজনীন বিদ্যা আৰু অতুলনীয় সম্পদ্। অনাদি কালৰ পৰাই আয়ুৰ্ব্বেদ ভাৰতত প্ৰচলিত হৈছে আৰু ভাৰতৰ পৰাই ইজিপ্ত, গ্ৰীচ ৰোম আৰব তথা সমগ্ৰ ইউৰোপত প্ৰচাৰিত হৈছিল। কাল-ক্ৰমত আয়ুৰ্ব্বেদ-বীজৰ পৰাই সেইবোৰ দেশত য়ুনানী এলোপ্যাথিক, হোমিওপ্যাথিক প্ৰভৃতি চিকিৎসা-পদ্ধতিৰ উদ্ভৱ হৈছে। ই ঐতিহাসিক সত্য। আনকি ব্ৰহ্ম, মালয, ইন্দোচীন, চীন আৰু জাপান আদি দেশৰ জনস্বাস্থ্য সংৰক্ষণত আজিও আয়ুৰ্ব্বেদে যি কোনো ৰূপে পৰ্য্যাপ্ত পৰিমাণে সহায়তা কৰিছে। কিন্তু ইতিহাস-প্ৰসিদ্ধ ৰাজনৈতিক বিপ্লৱ আৰু পাশ্চাত্য শিক্ষা,আৰু বিজ্ঞানৰ বৈজ্ঞানিক প্ৰচাৰৰ প্ৰভাৱত আমাৰ সেই প্ৰাচীন শিক্ষা আৰু বিজ্ঞান আমাৰ দেশতে নিষ্প্ৰভ হৈ আহিছে।

আমাৰ এই অসম দেশ একালত আয়ুৰ্ব্বেদ চৰ্চ্চাত পিচ পৰা নাছিল

বৰং ভাৰতৰ অন্যান্য প্ৰদেশৰ দৰে ইয়াতো বহুল ভাৱে তাৰ চৰ্চ্চা আৰু গৱেষণা হৈছিল। তেতিয়া আমাৰ প্ৰসিদ্ধ বেজবৰুৱা (ৰাজবৈদ্য) সকলে চিকিৎসাৰ উপযোগী অসংখ্য পুথি ৰচনা আৰু ঔষধ কল্পনা কৰিছিল, যাৰ নাম মাত্ৰ কিছুমান অলপ-অচৰপ হে আজিও হয়তো কৰবাত অৱশিষ্ট আছে — বেছি ভাগ অতীতৰ গৰ্ভত নিহিত; অথচ এই অমূল্য গ্ৰন্থৰাজি আৰু দৰৱ-জাতি ভাৰতৰ অন্যান্য স্থানত প্ৰচলিত নাছিল বা আজিকোপতি নাই। 'আয়ুৰ্ব্বেদীয় চিকিৎসক সন্মিলনী'ৰ জৰিয়তে অসমৰ লুপ্তপ্ৰায় আয়ুৰ্ব্বেদীয় গ্ৰন্থ আৰু ঔষধ সমূহৰ বহু অনুসন্ধান কৰিও সবিশেষ একো পোৱা নগ'ল— পোৱা গ'ল মাত্ৰ কেইখন মান পুথি আৰু কেইটা মান ঔষধৰ নাম হে। এইবোৰ পুথি আৰু ঔষধৰ প্ৰচাৰ নহৈ লুপ্ত হোৱাটো বৰ পৰিতাপৰ কথা হৈছে আৰু তাৰ ফলত অসমত আয়ুৰ্ব্বেদীয় চিকিৎসাৰ উন্নতি বহু দূৰ পিছ হুঁহকি গৈছে।

ইতিহাস পৰ্য্যালোচনাৰ পৰা জনা যায়—খৃষ্টজন্মৰ তিনিশ বছৰৰ আগতে দিগ্বিজয়ী বীৰ আলেকজেন্দাৰে (Alexander the Great) ভাৰতবৰ্ষ জয় কৰি যাওতে আয়ুৰ্ব্বেদ সম্বন্ধীয় বহু পুথি স্বদেশলৈ লৈ গৈ চিকিৎসা বিশাৰদ মেগেস্থেনিচৰ সাহায্যত দেশীয় চিকিৎসা বিজ্ঞানৰ বিশেষ উন্নতি সাধিছিল। আৰব সম্ৰাট হাৰুণ অল-ৰসিদ আৰু মনসুৰ হিন্দু চিকিৎসকৰ দ্বাৰাই দুৰাৰোগ্য ৰোগৰ পৰা মুক্তি লাভ কৰি এই চিকিৎসা প্ৰণালীৰ প্ৰতি ইমানদূৰ মুগ্ধ আৰু শ্ৰদ্ধাবান্ হৈছিল যে, খৃষ্টীয় নৱম শতাব্দীত ভাৰতৰ 'চৰক' 'সুশ্ৰুত' 'নিদান' আৰু 'অষ্টাঙ্গ হৃদয়' নিজ দেশলৈ লৈ গৈ, সেই দেশৰ পণ্ডিতৰ দ্বাৰাই আৰবীয় প্ৰভৃতি ইস্লামীয় ভাষাত অনূদিত কৰি যথাক্ৰমে 'সৰক্' 'সৰ্ষদ্' 'জেদান্' আৰু 'অসাঙ্কৰ্' নামত প্ৰকাশ কৰিছিল।

এই গ্রন্থ সমূহ ভাষান্তৰিত কৰাত ভাৰতৰ বৌদ্ধ ধৰ্ম্মাৱলম্বী আয়ুৰ্ব্বেদজ্ঞ পণ্ডিত মহামতি মস্কুই অশেষ প্ৰকাৰে সহায় কৰিছিল। পিচত যেতিয়া ইউৰোপৰ অভ্যুদয় আৰম্ভ হল, তেতিয়া গ্ৰীচ আৰু আৰবৰ পৰা নিয়া ভাৰতৰ আয়ুৰ্ব্বিজ্ঞানৰ ৰূপান্তৰিত গ্ৰন্থবোৰৰ সাহায্যত স্বদেশৰ চিকিৎসা বিজ্ঞানৰ বিপুলভাবে উন্নতি সাধন কৰিছিল। এইদৰেই আগত কোৱা বিদেশীয় সকলোবোৰ চিকিৎসা পদ্ধতিয়েই আয়ুৰ্ব্বেদৰ পৰা উদ্ভূত হৈছে।

আয়ুৰ্ব্বেদীয় শাস্ত্ৰবোৰ সংস্কৃত ভাষাত লিখা। আজিকালি সংস্কৃত ভাষাৰ প্ৰচলন নথকাত, সেইবোৰ পঢ়িবলৈ বা বুজিবলৈ সকলোৰে পক্ষে সম্ভৱপৰ নহয়। সেইভাবে সৰ্ব্বসাধাৰণৰ উপলব্ধিৰ নিমিত্তে সেইবোৰ ভাষান্তৰিত কৰা একান্ত আৱশ্যক হৈ পৰিছে। আয়ুৰ্ব্বেদৰ বহু গ্ৰন্থ ইতিমধ্যে ভাৰতৰ প্ৰায়বোৰ প্ৰাদেশিক ভাষালৈ অনূদিত হৈছে, বহুবিধ চিকিৎসা সম্বন্ধীয় কিতাপো ৰচিত হৈছে। দেশীয় ভাষাত এই গ্ৰন্থ সমূহ অনুবাদ কৰাত অকল আয়ুৰ্ব্বেদৰ প্ৰচাৰেই নহয়, দেশীয় ভাষাৰ পৰিসৰ বৃদ্ধি আৰু জনসাধাৰণৰ যথেষ্ট উপকাৰো হয়। কিন্তু বৰ দুঃখৰ বিষয় এই যে, আজিও অসমীয়া ভাষালৈ তেনে কোনো গ্ৰন্থ অনুবাদিত নাইবা চিকিৎসাৰ উপযোগী কোনো কিতাপ প্ৰণীত হোৱা নাই। অসমীয়া ভাষা-সাহিত্যৰ পৰিসৰ আৰু সম্পদ বৃদ্ধি কৰিবলৈ হলেও এইবোৰক ভাষান্তৰিত কৰা একান্ত আৱশ্যক হৈ পৰিছে, অন্ততঃ আজিৰ দিনত। এইবোৰ কথা লৈ লক্ষ্য ৰাখি এই "দ্ৰব্য-গুণ দৰ্পণ" আত্মপ্ৰকাশ কৰা বাবে ই সকলোৰে সহায়-সহানুভূতি পাবৰ যোগ্য হৈছে।

দ্ৰব্যগুণবিজ্ঞান অষ্টাঙ্গ আয়ুৰ্ব্বেদৰ এটি অবিচ্ছেদ্য অঙ্গ। এই পৰিদৃশ্যমান জগত দ্ৰব্য সম্ভাৰেৰে পৰিপূৰ্ণ; তদুপৰি এই দ্ৰব্যগুণতেই জীৱ-

শৰীৰৰ উৎপত্তি, স্থিতি আৰু বৃদ্ধি হৈছে আৰু এই দ্ৰব্যগুণতেই সেই শৰীৰৰ আকৌ নাশো হৈছে। সেই কাৰণে দ্ৰব্যগুণ সকলোৰে অৱশ্যে জ্ঞাতব্য বিষয়। প্ৰকৃতপক্ষে এই দ্ৰব্য-সামগ্ৰীয়েই ঔষধ। মহাত্মা বাগ্‌ভটে কৈছে "এবং জগত্যনৌষধং কিমপি বিদ্যতে দ্ৰব্যং ৎশাদৰ্থযোগয়োঃ।" অৰ্থাৎ প্ৰয়োজন আৰু কল্পনা অনুসৰি ঔষধ নহয় এনে দ্ৰব্য পৃথিৱীত নাই অৰ্থাৎ উপযোগিতা আৰু পৰস্পৰ সংযোগ বশতঃ সকলো পাৰ্থিব পদাৰ্থই ঔষধ, সেই দ্ৰব্য যিমানেই সামান্য নহওক লাগে। সেইদেখি আয়ুৰ্বেদৰ এটি বিশিষ্ট অংশত দ্ৰব্য-গুণ আলোচিত হৈছে। দ্ৰব্যৰ গুণাগুণ জানি চলিব পাৰিলে মানুহ আজীৱন পৰম সুখত কাল কটাব পাৰে। কাজেই কি বস্তুৰ কি গুণ তাক সকলোৰে জনা আৱশ্যক। অন্যান্য জানিব লগা বিষয়ৰ জ্ঞান নহলেও বৰং চলে; কিন্তু আমি দৈনন্দিন আহাৰ, বিহাৰ আৰু আৰোগ্যৰ বাবে যিবোৰ বস্তু ব্যৱহাৰ কৰোঁ, তাৰ গুণ নাজানিলে কোনোমতে নচলে। ডাক্তৰী শাস্ত্ৰত বিদেশীয় দ্ৰব্য সামগ্ৰীৰ গুণাবলী বিস্তৃতৰূপে বিশ্লেষণ আৰু বৰ্ণনা কৰিছে সঁচা, কিন্তু সেইবোৰ আমাৰ কাৰণে তেনে উপযোগী নহয়। দেশজাত বস্তুৱেই আমাৰ কাৰণে বেচি উপকাৰী। আয়ুৰ্বেদত আছে—

যস্য দেশস্য যো জন্তু স্তজ্জস্তসৌষধং হিতম্।
দেশাদন্যত্ৰ বসত স্তত্তুল্যগুণমৌষধম্॥

ফলকথা— আমাৰ নিত্য ব্যৱহাৰ্য্য দেশজ বস্তুবোৰৰ গুণাগুণ আলোচনা কৰাৰ সময় আহিছে। অৱশ্যে ৺ গঙ্গাৰাম তহচিলদাৰ প্ৰণীত 'বৈদ্যঅমৰ'ৰ এটি অধ্যায়ত দ্ৰব্যগুণ আলোচিত হৈছে কিন্তু অতি সংক্ষিপ্ত ভাৱে। পণ্ডিত ৺ যোগেশ্বৰ শৰ্মা কবিৰত্ন সঙ্কলিত 'দ্ৰব্যগুণ তৰঙ্গিনী'ৰ

প্ৰথমখণ্ড প্ৰকাশিত হৈছে' দ্বিতীয় খণ্ড প্ৰকাশ হোৱা নাই—হোৱাৰ আগ-স্তকো দেখা নাই, অসম্পূৰ্ণ হৈ ৰ'ল। গতিকে এই দুখন দ্ৰব্যগুণ সম্বন্ধীয় গ্ৰন্থৰ দ্বাৰাই কি চিকিৎসক, কি শিক্ষক, কি গৃহস্থ, কোনোৱে প্ৰকৃতপক্ষে উপকৃত হোৱা নাই। কিন্তু 'দ্ৰব্যগুণ দৰ্পণ' প্ৰকাশ হোৱাত আজি আমাৰ এটি অপূৰণীয় অভাৱৰ কিঞ্চিৎ পূৰ হ'ল।

দ্ৰব্য আৰু গুণৰ মাজত এটি অভেদ্য সম্বন্ধ আছে;—আশ্ৰয় আশ্ৰয়ী-ভাৱে দুয়ো দুযোকো সদায় আকোৱালি ধৰি থাকে, এনেদৰে থাকে যে দুযোকো কেতিয়াও পৃথক্ কৰিব নোৱাৰি—দ্ৰব্যত গুণ থাকিবই। তদুপৰি দ্ৰব্যগুণ জানিবলৈ হলে দ্ৰব্যত কি কি পদাৰ্থ আছে আৰু সেইবোৰ পদাৰ্থৰ গুণ কেনেকুৱা তাকো জনা আৱশ্যক। প্ৰত্যেক দ্ৰব্যত ৰস, গুণ, বীৰ্য্য বিপাক আৰু প্ৰভাৱ বা শক্তি এই পাচবিধ পদাৰ্থ আছে। এইবোৰ প্ৰত্যেকটোৰ গুণ আৰু পাৰিভাষিক শব্দৰ অৰ্থৰ আলোচনাই 'দ্ৰব্যগুণ'ৰ প্ৰতিপাদ্য বিষয় আৰু এইবোৰ জানিলেহে দ্ৰব্যগুণত অধিকাৰ জন্মে সৌভাগ্যক্ৰমে যথাস্থলত এইবোৰ সন্নিবেশিত হোৱাত উক্তগ্ৰন্থ কবিৰাজ ছাত্ৰ আৰু গৃহস্থ সকলোৰে কাৰণে উপযোগী হৈছে।

আয়ুৰ্ব্বেদৰ দুৰ্ব্বোধ্য গ্ৰন্থৰাশি ভাষান্তৰিত কৰি মাতৃভাষাক সমৃদ্ধ ও জনসাধাৰণক উপকৃত কৰাৰ পথ প্ৰদৰ্শক হিচাবে, বহু শ্ৰম কৰি এই দুৰ্দ্দিনৰ সময়তো বহু ধন ভাঙি, ক্ষুদ্ৰ হলেও এই কিতাপ খন ছপাই উলিওৱাত শ্ৰদ্ধেয় শ্ৰীযুত শৰ্ম্মা দেৱক আমাৰ আন্তৰিক অভিনন্দন জনালোঁ। তেখেতৰ প্ৰয়াস জয়যুক্ত হওঁক ইতি শম্।

পৰীক্ষিত ঔষধালয়
৯।৮।৫৯ ইং

শ্ৰীআনন্দ চন্দ্ৰ শৰ্ম্মা শাস্ত্ৰী
সম্পাদক,
আয়ুৰ্বেদীয় চিকিৎসক সম্মিলনী, (টিহু)

# কঠিন শব্দৰ সৰল অৰ্থ

সকলোৰে সুবিধাৰ অৰ্থে "দ্ৰব্যগুণ দৰ্পণত" ব্যৱহাৰ কৰা কিছুমান শাস্ত্ৰীয় শব্দৰ সৰল অৰ্থ দিয়া হ'ল।

পীনস - ৰোগ বিশেষ, এই ৰোগত নাকেৰে তেজ ওলায়।

শূল - পেটৰ বিষ, যি ৰোগত জোঙা শেল বা আন কোনো তীক্ষ্ণ অস্ত্ৰই বিন্ধা'ৰ দৰে যাতনা হয়।

আনাহ - মল আৰু মূত্ৰাদি ৰোধ কৰা ৰোগ।

আধ্মান - উখহা, ফিকা, পেটৰ অসুখত হে বাৰুদ্ধত হয়।

চাতুৰ্থক জ্বৰ তিঁয়া জ্বৰ।

কুষ্ঠ - বাতৰক্ত দোষত উৎপন্ন নানা বিধ ঘা আৰু গলিত ক্ষত ইত্যাদি।

শোথ - শৰীৰত ৰস জমা হৈ উখহা।

পাণ্ডু - ৰক্তহীনতা, তেজহীন হলে বগা হয় দেখি এই নাম।

কামলা এই ৰোগত চকু আৰু শৰীৰৰ অন্যান্য অবয়ব হালধীয়া হয় আৰু ৰোগীয়েও সকলো বস্তু হালধীয়া দেখে।

হৃদ্ৰোগ বুকুৰ ধৰফৰণি আদি বুকুৰ ৰোগ।

মূত্ৰকৃচ্ছ্ৰ পেচাব কমকৈ হোৱা।

ৰেচক শৌচ খোলোচা কাৰক।

প্ৰতিশ্যায় - নাকেৰে পানী ওলোৱা ৰোগ।

অতিসাৰ - গ্ৰহনী ৰোগৰ পূৰ্ব্ব অবস্থা।

আশুকাৰী অতি সোনকালে শৰীৰত ক্ৰিয়া প্ৰকাশ কাৰক।

বৃষ্য—শুক্ৰবৰ্দ্ধক। বৃংহন—পুষ্টিকাৰক। বিষ্টম্ভী—মল ধাৰক।

---

# সংগ্রহ কৰোতাৰ নিবেদন—

"দ্ৰব্যগুণ দৰ্পণ" নামৰ এই পুথি খনি ইং ১৯৩০ সনতে আৰম্ভ কৰা হৈছিল। তেতিয়া আমি ৰংপুৰত কবিৰাজ স্বৰ্গীয় সতীশ চন্দ্ৰ লাহিৰী মহাশয়ৰ ওচৰত আয়ুৰ্ব্বেদ অধ্যয়নৰ অৰ্থে আছিলো। মূল আয়ুৰ্ব্বেদীয় গ্ৰন্থ সমূহ সংস্কৃতত লিখা ; বঙলা অনুবাদ আদিৰ সহায়তেই প্ৰায় অধ্যয়ন কাৰ্য্য চলে। ময়ে মাত্ৰ অসমীয়া আৰু বাকী আটাই কেইজন বঙালী ছাত্ৰ। শিক্ষাদান কাৰ্য্য আৰু দৰৱ গছ গছনি আদিৰ পৰিচয়ো পোণতে বঙলাতে চলিছিল। মোৰ পক্ষে দৰৱ গছ গছনিৰ নাম বিষয়ত বৰ অসুবিধা ঘটিছিল। এই অসুবিধা আমাৰ কাৰণে যেন-তেন হলেও অসমৰ ভিতৰত যি সকল কবিৰাজে বঙলা অনুবাদ গ্ৰন্থৰ সহায়ত কবিৰাজী ঔষধ প্ৰস্তুত কৰে আৰু যি সকলে দৰৱৰ গছ গছনি ব্যৱহাৰ কৰে তেওঁলোকৰ পক্ষে যে শাস্ত্ৰীয় নামৰ অসমীয়া সৰ্ব্ব সাধাৰণে বুজিব পৰা প্ৰতিশব্দ থকা এখন পুথিৰ আৱশ্যক তাক বৰকৈ অনুভৱ কৰিলোঁ। গৃহস্থৰ দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা শাক-পাচলি, মাছ-মঙহ আদিৰো গুণ জনাটো একান্ত আৱশ্যক। ইয়াকে ভাবি সেই স্বৰ্গীয় ঋষিকল্প

আচাৰ্য্য মহাশয়ৰ উপদেশানুক্ৰমে এই পুথিৰ সঙ্কলন কাৰ্য্য হাতত লোৱা হৈছিল আৰু সদাশয় বন্ধু বান্ধবাদিৰ সহায়ত এক প্ৰকাৰ সমাপ্ত কৰি উলিওৱা হয়; কিন্তু অৰ্থাভাবত আজি বহু দিন ইয়াক পোহৰলৈ উলিয়াব পৰা নাছিলোঁ।

সম্প্ৰতি পৰমেশ্বৰৰ অপাৰ কৰুণাত বন্ধু বান্ধবাদিৰ উৎসাহ উদগণিত ইয়াক ছপা কৰি উলিওৱা হ'ল। আমাৰ ক্ষুদ্ৰ বুদ্ধিৰে ঢুকি পোৱা অনুযায়ী ইয়াক প্ৰমাদ ৰহিত কৰিবলৈ আপ্ৰাণ চেষ্টা কৰা হৈছে, চকুতপৰা যি দুই চাৰিটা ভুল ভ্ৰান্তি ওলাইছে, যি বিষয়ত শাস্ত্ৰীয় মতানৈক্য দেখা গৈছে পিছৰ শুধৰণী পৃষ্ঠাত তাকো তুলি দিয়া হৈছে, যি বিলাক প্ৰচলিত মানুহৰ দৈনন্দিন ব্যৱহাৰত লগা শাক পাচলি আৰু দৰৱ গছ গছনিৰ শাস্ত্ৰীয় নাম পোৱা নাযায় তাকো পৰিশিষ্ট ভাগত সন্নিবেশিত কৰা হৈছে। মুঠতে এই পুথি খনে যেন জনসাধাৰণ, আয়ুৰ্ব্বেদ শিক্ষাৰ্থী আৰু কবিৰাজৰ উপকাৰত আহে তাৰ কাৰণে চেষ্টা কৰা হৈছে। দ্ৰব্যাদিৰ যথা যথ ৰূপে বৰ্ণনা কৰা অতিশয় দূৰূহ কাৰ্য্য। পৰমেশ্বৰৰ বিনন্দীয়া সৃষ্টিত যে কিমান বোৰ পদাৰ্থ আছে তাক বিবৃত কৰা কিয় গণনা কৰি উলিওৱা সম্ভৱপৰ নহয়। তাতে আমাৰ দৰে ক্ষুদ্ৰ-মতি লোকৰ পক্ষে সি মৌপিয়া পখীয়ে পৰ্ব্বত তুলি লোৱা বা বটু হৈ আকাশৰ চন্দ্ৰটো ধৰি

অনাৰ দৰে হৈছে। আমৰ অন্তর্নিহিত উদ্দেশ্যৰ প্ৰতি সৌজন্য দেখুৱাই সদাশয় ৰাইজে অমাৰ দোষা দোষ মৰিষণ কৰিব বুলি আশা পোষণ কৰিহে ইয়াক পোহৰলৈ উলিওৱা হ'ল।

আমাৰ এই চেষ্টাত ইন্ধন যোগোৱা বাবে পূজনীয় শ্ৰীযুত জীৱেশ্বৰ দেৱ গোস্বামী তর্কতীর্থ মহাশয়, কবিৰাজ শ্ৰীযুত ৰঘুনাথ ভট্টাচাৰ্য্য, কবিৰাজ শ্ৰীযুত সর্বেশ্বৰ দেৱ গোস্বামী শ্ৰীযুত কাশীনাথ দেৱ শৰ্ম্মা বৈদ্যৰত্ন দেৱক আমাৰ শ্ৰদ্ধাপূৰ্ণ ভক্তি অঁাজলি নিবেদন কৰিলোঁ।

লগতে এই পুথি সংগ্ৰহৰ কামত কবিৰাজ শ্ৰীযুত সুশীল কুমাৰ সেন মহাশয়ৰ "দ্ৰব্যগুণ সংহিতা," কবিৰাজ বিনোদলাল সেন মহাশয়ৰ "আয়ুর্বেদ বিজ্ঞানম্" কবিৰাজ দেবেন্দ্ৰ নাথ সেন আৰু উপেন্দ্ৰ নাথ সেন মহাশয়ৰ "দ্ৰব্যগুণ" কবিৰাজ যোগেশ্বৰ শৰ্ম্মাৰ "দ্ৰব্যগুণ তৰঙ্গিণী" কবিৰাজ নগেন্দ্ৰ নাথ সেনৰ "দ্ৰব্যগুণ শিক্ষা" গঙ্গাৰাম তহশীলদাৰ ডাঙৰীয়াৰ "দ্ৰব্য নাম" প্ৰভৃতি গ্ৰন্থ বিলাকৰ পৰা যথেষ্ঠ সহায় পোৱা গৈছে, ইয়াতে এই পৰোপকাৰী গ্ৰন্থকাৰ সকললৈ আমাৰ সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপণ কৰিলোঁ।

পুথিৰ আবশ্যকীয় সংশোধন আৰু ভ্ৰম আদি পৰিশোধনৰ কামত প্ৰিয় ভাজন কবিৰাজ শ্ৰীযুত আনন্দ চন্দ্ৰ শৰ্ম্মা কাব্য

তীৰ্থ আৰু পৰিশিষ্ট ভাগত পূজনীয় কবিৰাজ শ্ৰীযুত মথুৰা নাথ গোস্বামী দেৱে আমাক এহাশুধীয়া ভাবে সহায় কৰা বাবে আমি এখেত দুজনৰ ওচৰত কৃতজ্ঞতা পাশত আবদ্ধ থাকিলোঁ।

শেহান্তৰত যি জনাৰ পৰম পবিত্ৰ অন্তৰৰ নিৰ্ম্মল আৰু শুদ্ধ শান্ত প্ৰকৃতিৰ উপদেশাৱলীৰ গুণত এই নিকিন উপহাৰ ৰাইজৰ হাতত দিবলৈ সমৰ্থ হৈছোঁ; সেই পূজনীয় আচাৰ্য্য দেৱৰ পুণ্য স্মৃতিৰ অৰ্থে অবনত মস্তকে শত শত প্ৰণিপাত জনাইছোঁ। ৰাইজে আমাৰ অপৰাধ মাৰ্জনা কৰি যদি ইয়াৰ গুণৰ ভাগ গ্ৰহণ কৰে তেনেহলে আমি পৰম কৃতাৰ্থ হ'ম। ইতি—

টিহু
১৩৫৮ চন

শ্ৰীযাদৱ দেৱ শৰ্ম্মা।

# সূচী পত্ৰ

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| (উ) | |
| উৰিধান | উৰিকা, নীবাৰ |
| উলুবন | বল্বজা |
| উৰহী | শিম্বী |
| উদ্ভিদ ল.ন | পাংশু লবন |
| (এ) | |
| এৰাগছ | এৰণ্ড |
| এৰাপৰ্তীয়া সুন্দৰ পথাল | দ্ৰবন্তি |
| এলাচি | এলা |
| এৱা গাখীৰ | দুগ্ধ |
| এৱা ডিমৰু | উদুম্বৰ |
| (ও) | |
| ওডাল গছ | কুদ্দাল (পৰিশিষ্ট) |
| ওলকচু | শূৰণ |
| ওলকবি | (পৰিশিষ্ট) |
| (ঔ) | |
| ঔ টেঙা | ভব্য |
| (ক) | |
| কল | কদলী |
| কক্কোল | কক্কোল |
| কচু | কচ্চী |
| কটকীতিতা | কটুকা, কটুকী |
| কটফল | নিৰ্ম্মলী ফল |
| কণ্টকাৰী | কণ্টকাৰী |
| কঠাল | পনস |

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| কৰ্ণমূলা | অ[illegible]স্পা |
| কণাপুনি | [illegible]াখুকৰ্ণী |
| কদম | কদম্ব |
| কণিধান | বাস্থু, ৰাগী |
| কৰ্দ্দৈটেঙা | কম্মৰঙ্গ |
| কস্তুৰী | মৃগনাভি |
| কমলাটেঙা | কমলা |
| কনক ধতুৰা | কনক |
| কৰছ গছ | কৰঞ্জ |
| কৰঙ্গা | (পৰিশিষ্ট) |
| কৰজা টেঙা | অম্ল কৰঞ্জ, কৰমৰ্দ্দ |
| কপাহ | কার্পাস |
| কলাজীৰা | কৃষ্ণজীৰক |
| কণিবিহ | জয়পাল |
| কণিধান | চীনক |
| কবাবচিনি | বৃত্ত ফল |
| কপালভঙা লতা | নগণা |
| কৰবীৰ | কৰবীৰ |
| কলা অগৰু | কৃষ্ণাগুৰু |
| কলা দাদিগদিগা | কাশমদ্দ |
| কলা সৰিয়হ | সৰ্ষপ |
| কটলাপছ | শল্যক |
| কচলেবিষ | কুপীলু |
| কলমশাক | কলম্বী |
| কলমৌ | ঐ |
| কল্পনাথতিতা | যবতিক্তা, কালমেঘ |

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| কুঁহিমলা | পুত্ৰঞ্জীৱ |
| কহলতা | বঙ্গলতা |
| কাউৰমণি | যাবনাল শাক |
| কাউৰী ঠেঙীয়া | কাকজঙ্ঘা |
| কাগজী টেঙা | নিম্বু |
| কাঠিকুঁৰৰী | লোনীশাক |
| কাঞ্চনফুল | কাঞ্চন |
| কপৌফুল | ৰাস্না |
| কলা শিশু | শিংশপা |
| কাজলগৰী | কাজ্ঞলিকা (পৰিশিষ্ট) |
| কাঁটাখুতুৰা | তণ্ডুলীয়ক |
| কাঁটাখুদনা | ঐ |
| কাঁহ | কাংস্য (পৰিশিষ্ট) |
| কাঠবেল | কপিত্থ |
| কাছ | কচ্ছপ |
| কান্তাল উৰহী | অসিশিম্বী (পৰিশিষ্ট) |
| কানপাত | |
| কেৰেলা (ডাঙৰ) | কাৰবেল্ল |
| কেৰেলা (সৰু) | কাৰবল্লী |
| কেলি কদম | ধাৰাকদম্ব |
| কেন্দু | তিন্দুক |
| কেতেকী | স্বৰ্ণকেতকী |
| কাকৰাশৃঙ্গী | শৃঙ্গী |
| কেহৰাজী | কেশৰাজিকা |
| কেটুৰী | শঠী |
| কেঁয়াবন | মুস্তক |

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| কাচমণি | গুঞ্জা |
| কাঁহীবন | কাশ |
| কানি | অহিফেণ |
| কামিনীফুল | কামিনী (পৰিশিষ্ট) |
| কিছমিছ | দ্ৰাক্ষা |
| কুকুৰসুতা | গোৰক্ষচাকুলে |
| কুজিথেকেৰা | কুঞ্জিকা (পৰিশিষ্ট) |
| কুজিকোৰা | ঐ |
| কুঁহিমূলা | বালমূলক |
| কুড় | কুষ্ঠ |
| কুনথাৰা | খণ্ডিতকৰ্ণ (পৰিশিষ্ট) |
| কুমকুম | কুঙ্কুম |
| কুহুমকাঁটা | স্বৰ্ণক্ষীৰিণী |
| কুচিলা | বিষতিন্দুক |
| কাঁটাখুতুৰা বা খুদনা | বনতণ্ডুলী |
| কুলিকাঁহিট | কোকিলাক্ষ |
| কোমোৰা | কুষ্মাণ্ড |
| কোদোধান | কোদ্ৰৱ |
| কোৰাভাতুৰী | বিম্বিকা |
| কোমল খৰিমাটি | দুগ্ধপাষাণ |
| কুকুৰা জ' ফুল | ময়ূৰশিক্ষা |
| কুঁহিয়াৰ | ইক্ষু |
| কাৰৈমাছ | কৱয়ীমৎস্য (পৰিশিষ্ট) |

## (খ)

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| খয়াৰ | খদিৰ |
| খৰপাত | দেৱতাড় |

| চলিত নাম | শাস্ত্ৰীয় নাম |
|---|---|
| খৰমুজা | কৰ্কৰুক, খৰ্বুজ |
| খহখহিয়া ডিমৰু | ফণিভাবিকা |
| খৰিমাটি | খটিঃ |
| খাৰ | ক্ষাৰ |
| খাগৰি | খগোৰ, অনিক্ষু |
| খুদীয়া জাম | কাকজম্বু |
| খুতুৰা বা খুদনাশাক | মাৰিশ |
| খৈৰাগছ | খদিৰ বৃক্ষ |
| খোৰাচানী যাওন | পাৰসিক যমানী |
| খলিহনা মাছ | খলিশ মৎস্য (পৰিশিষ্ট) |
| খলিহা মাছ | ঐ |

(গ)

| | |
|---|---|
| গজপিপলি | গজপিপ্পলী |
| গম | গোধূম |
| গণিয়াৰী | অগ্নিমন্থ, গনিকাৰী |
| গন্ধচানা | অৰই |
| গন্ধবিৰিণা | গন্ধতৃণ, লজ্জক |
| গন্ধবালা | হ্ৰীবেৰ |
| গন্ধপাত | তেজপত্ৰ |
| গৰৰচৈ | চবিকা |
| গৰৈমাছ | গৰঘ্নীমৎস্য (পৰিশিষ্ট) |
| গৰখীয়া তিয়ঁহ | ইন্দ্ৰবাৰুণী |
| গৰখীয়া তামোল | তালমূলী, মুষলী |
| গাঁজা | ভঙ্গা গঞ্জিকা |
| গাঠীয়ান | স্থৌনেয়ক |
| গাগালমাছ | গৰ্গৰ মৎস্য (পৰিশিষ্ট) |

| চলিত নাম | শাস্ত্ৰীয় না |
|---|---|
| গাঠিয়া দুবৰি | মালাদূৰ্ব্বা |
| গন্ধতুলসী | মৰুবক |
| গামাৰী গছ | গাম্ভাৰী, শ্ৰীপৰ্ণী |
| গন্ধবিৰজা | শ্ৰীবাস |
| গমা | সৰ্পকঙ্কালী |
| গোক্ষুৰকণ্টক | গোক্ষুৰ |
| গোবালতা | গোধাপদী |
| গোনহৰু | বনপলাণ্ডু |
| গুমুণী লতা | সৰ্পাক্ষী |
| গুণৰাজ | কণ্ডগুড়ুচী (পৰিশি |
| গুড় | গুড় |
| গুগ্‌গুল | গুগ্‌গুলু |
| গেন্ধেলীবন | বিশ্বতুলসী |
| গেন্ধেমালতী | সুবৰ্ণযুথিকা |
| গৰ্জ্জন তেল | শ্ৰীবাস |
| গোৰচনা | গোৰোচনা |
| গন্ধকলাই | কস্তুৰী |
| গয়াঅশ্বথ | নন্দিবৃক্ষ |

(ঘ)

| | |
|---|---|
| ঘনচিৰিকা | চতক |
| ঘণ্টাপাৰলি | ঘণ্টাপাটলি |
| ঘা পথৰা গছ | বহুবাৰ |
| ঘামৰু | ক্ষুদ্ৰ চিৰ্ভটী |
| ঘণ্টাকৰ | ঘণ্টাকৰ্ণ |
| ঘিচেৰী, ঘিচৰু | সল্লকী |

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| ঘিউ | ঘৃত |
| **(চ)** | |
| চকা | চটক |
| চন্দন | চন্দন |
| চম্পা | চম্পক |
| চন্দ্রলতা | সোমলতা |
| চৰনি | চোৰপুষ্পী |
| চাউল | তণ্ডুল |
| চাউল ধোৱা গছ | পদ্মক |
| চজনা | শিগ্রু |
| চাগাহ | ঘণ্টাকন্দ |
| চান্দা মাছ | চন্দ্রকমৎস্য |
| চালকুঁৱৰী | ঘৃতকুমাৰী, কন্যা |
| চাকৈচকোৱা | চক্রবাক |
| চিৰতা তিতা | কিৰাত, ভূনিম্ব |
| চিতল মাছ | ফলকা, চিত্রফল |
| চেনি | শর্কৰা |
| চেনিচম্পা কল | চম্পক কদলী |
| চেঙামোৰ | কণ্টকীকচ্চী (পৰিশিষ্ট) |
| চেনিপুথি মাছ | মহাসফৰ |
| চেকেনিখুন্দা আলু | শর্কৰকন্দ |
| চেমতিকপাহ | কার্পাসী |
| চেঙেৰিটেঙা | চাঙ্গেৰী, অম্বষ্ঠা |
| চেলনি | শৈবাল |
| চীনা বাদাম | ভূচনক |
| চোৰাত | বৃশ্চিকালী |

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| চুকা | অম্লশাক |
| চূণ | চূর্ণ |
| চিড়া সান্দহ | চিপিতক (পৰিশিষ্ট) |
| চেং মাছ | ( ঐ ) |
| **(ছ)** | |
| ছাতিয়ান | সপ্তপর্ণ |
| ছালম্ মিশ্রি | পীযুশোথা |
| ছাগলী শিঙীয়া | অজশৃঙ্গিকা (মেষশৃঙ্গী) |
| ছাতাবৰী | শতমূল |
| ছাগলীৰ মঙহ | ছাগমাংস |
| ছাগলীৰ গাখীৰ | অজক্ষীৰ |
| ছিৰাল | অলিঞ্জৰ (চিৰ্ভটা) |
| **(জ)** | |
| জবাটেঙা | দেবদূতী (পৰিশিষ্ট) |
| জবাফুল | জপাপুষ্প |
| জঙ্গলী ভাং | গঞ্জা |
| জহামালৰ অণ্ডকোষ | খট্টাশী |
| জটামাংশী | জটামাংশী |
| জাতিচন্দন | শ্বেতচন্দন |
| জাতিকোমোৰা | কুষ্মাণ্ড |
| জপাপেটাৰী | পেটিকা (পৰিশিষ্ট) |
| জয়ন্তী ফুলৰ গছ | জয়ন্তী |
| জায়পত্রী | জাতিপত্রী |
| জায়ফল | জাতিফল |
| জলকীয়া | লঙ্কামৰিচ |

| চলিত নাম | শাস্ত্ৰীয় নাম |
|---|---|
| জাপৰি বিষ | অতিবিষা |
| জাবৰাং | হিঙ্গুৰ |
| জাওবন | ঝাবুক |
| জাম | জম্বু |
| জামিটেঙা | জম্বীৰ |
| জেতুকা | নখৰঞ্জক |
| জৰীআঁহত | নন্দীবৃক্ষ |
| জালুক | মৰিচ (পৰিশিষ্ট) |
| জিলমিল | বাস্তুক |
| জাতিলাউ | ক্ষীৰতুম্বী |
| জিয়াপুতা | পুত্ৰঞ্জীৱ |
| জিয়াগছ | ঐ |
| জীৰা | জীৱক |
| জেষ্টমধু | যষ্টিমধু |
| (ঝ) | |
| ঝিকা | ঝিঙ্গাক (কোষাতকী) |
| (ট) | |
| টংফুল | দমনক |
| টকুনা গছ | শ্যোনাক |
| টেপৰ | টঙ্কাৰী |
| টেঙা | অম্ল (পৰিশিষ্ট) |
| টেঙা বেঙেনা | অম্লবাৰ্ত্তাকু ঐ |
| টুপুৰীলতা | অম্বষ্ঠা |
| (ঠ) | |
| ঠেঠেনি শাক | চুচ্ছু, পৰ্ণক |

| চলিত নাম | শাস্ত্ৰীয় নাম |
|---|---|
| (ড) | |
| ডালিম | ডাডিম্ব |
| ডাঙৰ সকৰিআম | অঞ্জীৰ |
| ,, মধুৰী আম | ঐ |
| ,, কেৰেলা | কাৰবেল্ল |
| ,, কলাজীৰা | পৃথিকা |
| ,, পাতেগজা | বটপত্ৰী |
| ডেৱাগছ | ডহু, লকুচ |
| ডিঙৰী লতা | শঙ্খপুষ্পী |
| ডাঙৰ নল | দেৱনাল |
| ডিমৰু | উডুম্বৰ |
| (ঢ) | |
| ঢেকীয়া | বৃশ্চিৰ |
| (ত) | |
| তমাল | তমাল |
| তৰমুজ | লতাপনস (পৰিশিষ্ট) |
| তকৰা কদম | অৰিমেদ, বিতখদিৰ |
| তাম | তাম্ৰ |
| তামাগু | তাম্ৰকুট |
| তাম বৰণীয়া পহু | কুৰঙ্গ, হৰিণ |
| তামোল | পুগ |
| তালিশপত্ৰ | তালীশপত্ৰ |
| তাল | তাল |
| তালৰস | তাড়ি |
| তালজুৰীয়া | তগৰ পাদুকা |

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| তুলসী | তুলসী |
| তিৎঝিকা | দেবদালী |
| তিৎভেকুৰি | বৃহতী |
| তিৎলাউ | ইক্ষাকু |
| তিচি | অতসী |
| তিল | তিল |
| তিলৰ তেল | তিল তৈল |
| তিলৰ খলিহৈ | পিন্যাক |
| তুলীয়া টেঙা | লিম্পাক |
| তেতেঁলী | অম্লিকাফল, তিন্তিৰী |
| তেল | তৈল |
| তেউৰী | ত্রিবৃৎ |
| তেজামুঙ্গৈ | তিম্বুৰ |
| তুৎফল | তুদ |
| ত্রিফলা | ত্রিফলা |
| তিয়ঁহ | ত্রপুষা |
| তোপচিনি | দ্বীপান্তৰ বচা |
| **(থ)** | |
| থালপদুম | পদ্মচাৰিণী |
| থৈকৰা | অম্লবেতস |
| **(দ)** | |
| দৰচা বা ৰবচাবন | নির্বিষা |
| দালচেনি | গুৰত্বক |
| দাদিগদিগা | চক্রমর্দ্দ |
| দশমূল | দশমূল |

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| দুধকুৰী গছ | কুটজ |
| দুধকুৰিৰ গুটি | ইন্দ্রযব |
| দুবৰিবন | দূর্ব্বা |
| দুপৰ টেঙা | অশ্মন্তক |
| দুদেলিলতা | অনন্তমূল, শাৰিবা |
| দুৰুণফুল | দ্রোণপুষ্পী |
| দুৰালতা | একমূলী, আত্মমূলী |
| দেবদাৰু | দেৱকাষ্ঠ |
| দৈ গাখীৰ | দধি |
| দোৰামালী | বিশল্যাকৃত, মুচুকুন্দ |
| দোৰোণফুল | দ্রোণপুষ্পী |
| **(ধ)** | |
| ধপাত | ধূম্রপত্রা |
| ধমনা গছ | ধন্বন |
| ধনিয়া | ধন্যাক |
| ধতুৰা | ধুস্তুৰ |
| ধান | ধান্য |
| ধাইফুল | ধাতকী |
| ধূনা | ৰাল |
| ধুন্দুলী | চিচণ্ড, ৰাজকোষাতকী |
| **(ন)** | |
| নল | নল |
| নৰশিং | দেৱসর্ষপ |
| নহৰু | ৰসোন |
| নৱমল্লিকা | নৱমল্লিকা |

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| নাকদেওনা | নাগদল |
| নাৰ্জ্জিফুল | স্বৰ্ণ যুথিকা |
| নাগিনীপাত | লক্ষণামূল |
| নাঙলভঙা | লাঙ্গলী |
| নাহৰ | নাগেশ্বৰ |
| নালুকা | নলিকা |
| নাহৰ পতীযা লতা | অনন্তমূল |
| নিথেৰী | মথান্ন |
| নিজৰাৰ পানী | নিৰ্ঝৰ জল |
| নিমুগছ | নিম্ব |
| নেমুটেঙা | নিম্বু |
| নিলাজী লতা | লজ্জাবতী |
| নিশাদল | নৰসাৰ |
| নীলকণ্ঠ | (পৰিশিষ্ট) |
| নীলগছ | নীল |
| নীলপদুম | নীলকমল |
| নখী | চক্রনখ |
| নেউল | নকুল |
| নীলা বাগী | নীলঝিণ্টী |
| নীলা কলমৌ | নীল কলম্বী |
| নীলাঞ্জন | নীলাঞ্জন |
| নীলা অপৰাজিতা | নীলাপৰাজিতা |
| নীলা ভেঁট | নীলোৎপল |
| নিচিলামাছ | গঙ্গাটেয় (পৰিশিষ্ট) |

---

| চলিত নাম | শাস্ত্রীয় নাম |
|---|---|
| (প) | |
| পথৰা খাডী | চিভটা |
| পচতীয়া | নিৰ্গুণ্ডী, ইন্দ্ৰসুৰস |
| পলাশ | কিংশুক |
| পঞ্চকোল | পঞ্চকোল |
| পঞ্চতিক্ত | পঞ্চতিক্ত |
| পঞ্চমূল | পঞ্চমূল |
| পটল | পটোল |
| পদুম | কমল |
| পদ্মকাষ্ঠ | পদ্মকাষ্ঠ |
| পদ্মগুলঞ্চ | সুদৰ্শন |
| পদিনা | পদ্মা, পুতনী |
| পৰগাছা | বন্দিক |
| পৰামলখী | লবলী |
| পাকৰী | পৰ্কতী, প্লক্ষ |
| পাণ | তাম্বুল |
| পতানিচৰা আলু | বৰাহীকন্দ |
| পোৱাল | প্ৰবাল |
| পানী | জল |
| পালং | পালঙ্ক্য শাক (পৰিশিষ্ট) |
| পাতপালং | অশ্মন্তক |
| পাতেগঁজা | ঐ |
| পানী কাউৰী | জলকাক |
| পানী পোটনী | পলাশী |
| পানীপিযেলী ফুল | শেফালিকা |
| পনীয়াল | কৰমৰ্দ্দ |

| চলিত নাম | শাস্ত্রীয় নাম | চলিত নাম | শাস্ত্রীয় নাম |
|---|---|---|---|
| পানীলাউ | অলাবু | পাতিদৈযা | শীতল পত্রিকা |
| পানীচেঙেৰী | প্ৰাচীনামলক | | (ফ) |
| পাৰ চৰাই | পাৰাৱত | ফটিক | স্ফটিক |
| পাৰিজাত | পাৰিজাত | ফজলী আম | ৰাজাম্র |
| পাৰলি | পাৰুল | ফিটকিৰি | ফটিকাৰী |
| পুনন্নৱা | পুনৰ্ণৱা | ফটিকা | মদ্য |
| পাৰ্ব্বতীশাক | ৰাজশাক | ফুলকবি | (পৰিশিষ্ট) |
| পুৰী কুঁহিয়াৰ | পুণ্ড্ৰেক্ষু | | (ব) |
| পিতকুচীয়া | কাকমাচী | | |
| পিপেলী | পিপ্পলী | বকফুল | অগস্তি |
| পিতল | পিত্তল | বকম কাঠ | পত্তঙ্গ |
| পিয়াজ | পলাণ্ডু | বগলীৰ মঙহ | বলাকা মাংস |
| প্ৰিবঙ্গু | প্ৰিয়ঙ্গু | বগলী | বক |
| পিযাল | পিযাল | বংশলোচন | বংশলোচন |
| পেস্তা | অভিষুক | বগৰী | বদৰ |
| পেঁক | পঙ্ক | বগা এৰা | শুক্লৈৰণ্ড |
| পুঁই | পূতিকা | বগা চন্দন | শ্ৰীখণ্ড |
| পিৰিঙ্গা | পৃক্কা | বগা জীৰা | অজাজী |
| পোৰাল | প্ৰবাল | বগা পদুম | পুণ্ডৰীক |
| পুঠিমাছ | প্ৰোষ্ঠী | বগা পাৰাল | ঘণ্টাপাটলি |
| পহু | মৃগ | বগা শুল্কেঠ | অৰ্কপুষ্পী |
| পহুৰ শিং | মৃগশৃঙ্গ | বটগছ | বট |
| পদুমৰ মলান | মৃণাল | বৰএলাছি | এলা |
| পাৰদ ভস্ম | ৰসকৰ্পূৰ | বনআদা | মহাদ্ৰক |
| পানীআলু | শঙ্খালু | বনকপাহী | অৰণ্য কাৰ্পাসী |

| চলিত নাম | শাস্ত্রীয় নাম | চলিত নাম | শাস্ত্রীয় নাম |
|---|---|---|---|
| বগা আকন | অর্ক | বাগীফুল | ঝিণ্টী |
| বন তুলসী | অজগন্ধিকা | বাঁহ | বংশ |
| বনজীৰা | আৰণ্য জীৰক | বাহক | বাসক |
| বন যাওন | অজমোদা | বান্দৰপেলা | ৰোহিতক |
| বন তামোল | তালমূলী | বালা | বালা |
| বন নহৰু, গো নহৰু | অৰণ্য পলাণ্ডু | বিৰি গুটি | বিৰঙ্গ |
| বগা গোন্ধলী বন | আজবল | বিযেনীসাবটা | শালপর্ণী |
| বনমাহ | মাষপর্ণী | বিহলঙনি | নক্রা |
| বনমুগ | মকুষ্টক | বেল | বিল্ব |
| বনৰীয়া দোৰোণ | দণ্ডোৎপল | বিলেতি কোমোৰা | কর্কারু |
| বনসঠ | অপমার্গ | বিহ মইন | ৰবাহ |
| বনশণ | ঘণ্টা | বুতমাহ | চনক |
| বৰপুাণ | মুষিকপর্ণী | বেত | নিচুল, বেতস |
| বৰ দাদিগদিগা | বাণমদ্দ | বেঙছাতা | ছত্রিকা |
| বৰ মানমণি | মহাশ্রাৱণী | বেন্না, বিৰিণা | বিৰণ |
| বৰভাম | ৰাজজম্ব | ব্রাহ্মী | ব্রাহ্মী |
| বৰশতমূল | মহাশতাৱৰী | বোলগছ | বহুবাৰ |
| বৰ সোণ বিৰাল | মহাবলা | বোকা | পঙ্ক |
| বৰধান | মহাশালি | বোম্বাই কুঁহিয়াৰ | বংশক |
| বৰ সুন্দৰপহান | দন্তী | বৰালি মাছ | পাঠীন |
| বটুলীয়া কলামাহ | নিষ্পাৱী | বামী মাছ | ভীকমৎস্য |
| বৰুণ | বৰুণ | বালিচান্দা | অভ্রক |
| বৰিয়াল | বলা | বঙলা মাহ | ৰাজমাষ |
| বৰ বৰিয়াল | অতিবলা | বগা গৰখীয়া তিয়ঁহ | মৃগের্বারু |
| বাঙী | কর্কটী | বৎসনাভ বিষ | বৎসনাভ |

| চলিত নাম | শাস্ত্রীয় নাম |
| --- | --- |
| বাদাম | বাতাদ |
| বেঙেনা | বার্ত্তাকু |
| বাঘ আচোৰা | শৰপুঙ্খা |
| বাঘ চকুৱা গছ | পীলুৰী |
| বগা আকন | শুক্লার্ক |
| বান্দৰ কেঁকুৰা | অজৰা, শূকশিম্বী |
| বগা চন্দন | শ্রীখণ্ড |
| বগা কাচমণি | শ্বেতগুঞ্জা |
| বগা তেউৰী | শ্বেত ত্রিবৃৎ |
| বগা তেলিয়াবনা | ঐ |
| বগা পদুম | পুণ্ডৰীক |
| বগাকবি | (পৰিশিষ্ট) |
| বগা পচতীয়া | সিন্ধুবাৰ |
| বাহপতীয়া বন | হিঙ্গুপত্রী |
| বংশলোচন | বংশলোচন |

(ভ)

| চলিত নাম | শাস্ত্রীয় নাম |
| --- | --- |
| ভজালুক | লঙ্কামৰিচ |
| ভাং | ভঙ্গা |
| ভাত | ভক্ত |
| ভাতঘিলা | শ্যোনাক |
| ভলা গছ | ভল্লাতক |
| ভেদেলতা | প্রসাৰিণী |
| ভোমোৰা গছ | বিভীতক, অক্ষ |
| ভীমকল | গিৰিকদলী, (পৰিশিষ্ট) |
| ভুঁইকোমোৰা | ভূমিকুষ্মাণ্ড, বিদাৰী |
| ভুঁই আমলকী | ভূম্যামলকী |
| ভোজপাত | ভূর্জ্জপত্র |
| ভূতমূলা | সুবর্চ্চলা |
| ভুটিমালী | মল্লিকা, অষ্টপদী |
| ভেটকলি | উৎপল |
| ভটুৱা বা ভটুৱা শাক | বাস্তুক, চক্রবর্ত্তী |
| ভেণ্ডি | ডিণ্ডীশ |
| ভাঙনা মাছ | ভণ্ডুক |
| ভোগজীৰা | মধুজীৰক |
| ভীমসেনী কর্পূৰ | ভীমসেনী কর্পূৰ |
| ভেঁকৰ | ভূকর্বুদাৰ |
| ভূমিচম্পা | ভূমিচম্পক |
| ভীমৰাজ | ভৃঙ্গৰাজ |
| ভেৰাছাগলী | মেষ |

(ম)

| চলিত নাম | শাস্ত্রীয় নাম |
| --- | --- |
| মজ্জফল | মজ্জফল |
| মদন | মদন |
| মদ | মদ্য |
| মচুৰ | মচুৰ |
| মৎস্যাগন্ধা ফল | হবুষা |
| মহাবলীবচ | মহাভৰী |
| মৰাণ আদা | মহামেদা |
| ম'হৰ দৈ | মহিষ দধি |
| মাণকচু | মাণক |
| মাজেঠি | মঞ্জিষ্ঠা |

| চলিত নাম | শাস্ত্ৰীয় নাম |
|---|---|
| মাছ | মৎস্য |
| মদাৰ গছ | মন্দাৰ |
| মাটিমাহ | মাষ |
| মাটিকঠাল | বংশপত্ৰ (পৰিশিষ্ট) |
| মালতীফুল | মালতী |
| মাইখাতী | পৃশ্নিপৰ্ণী |
| মাধৈমালতী | নৱমল্লিকা |
| মাধবীলতা | ঐ |
| মাটিকেয়াঁ | মুস্তক |
| মথা | নাগৰমুস্তক, মুঞ্জ |
| মাটিকলাই | ত্ৰিপুট |
| মালতীফুল | জাতী |
| মাকৈজহা | যাবনাল |
| মাহুৰীবন | অসিপত্ৰাতৃণ |
| মাহপাত | তেজপত্ৰ |
| মানুহৰ মূত | নৰমূত্ৰ |
| মৰাপাত শাক | নাড়ীক |
| মহানিম | নিম্ব |
| মুকুতা | মুক্তা |
| মুকুতাশামুক | মুক্তাশুক্তি |
| মৰমৰতি টেঙা | মুণ্ডিতিকা |
| মৰীটেঙা | সুৰভীনিম্বু |
| মুক্তবৰ্চ্চা | মুক্তবৰ্চ্চা |
| মুগ | মুদ্গ |
| মুদ্ৰাশঙ্খ | মুদ্ৰাশঙ্খ |

| চলিত নাম | শাস্ত্ৰীয় নাম |
|---|---|
| মুৰামাংশী | মুৰামাংশী |
| মূলা | মূলক |
| মেদা | মেদা |
| মিথি | মেথিকা |
| মিঙ্গামাছ | গঙ্গাতৈৰ (পৰিশিষ্ট) |
| মিছিমিতিতা | মহাকিৰাততিক্ত |
| মাখিমৌৰ চাকৰ মম | শামৰ |
| মূৰি | ভৃষ্ট তণ্ডুল |
| মোৱা আলু | মধ্বালু |
| মিঠা ভুকুমাটেঙা | মধুকৰ্কোটিকা |
| মৌ | মধু |
| **(য)** | |
| যবমণ্ড | যবমণ্ড |
| যৱধান | যব |
| যাওন | যমানী |
| যতী ফুল | অম্বষ্ঠা |
| যুথুনী শাওৰা | আস্য শাখোট |
| যুষ | যুষ |
| **(ৰ)** | |
| ৰঙাবাগী | ৰক্তকুৰণ্টক, কুৰুবক |
| ৰঙাকাঞ্চন | ৰক্তকাঞ্চন, কোবিদাৰ |
| ৰঙালোধ | পট্টিকালোধ |
| ৰঙাতেউৰী | মচুৰী, ৰক্তত্ৰিবৃৎ |
| ৰঙা ভেঁটফুল | ৰক্তোৎপল |

| চলিত নাম | শাস্ত্ৰীয় নাম |
|---|---|
| ৰঙা কৰবীৰ | ৰক্তকৰবীৰ |
| ৰঙা কো মাৰা বা ৰঙালাউ | ৰাজালাবু |
| ৰঙা আজ্ঞাচিত | ৰক্তচিত্ৰক |
| ৰঙা পদুম | ৰক্তপদ্ম |
| ৰঙা পুনৰ্ণৱা | ৰক্ত পুনৰ্ণৱা |
| ৰঙা ঝাউবন | ৰক্তঝাবুক |
| ৰঙা আফু | ৰক্তপোস্ত |
| ৰঙাশালি (ময়নাগিৰি আদি ৰঙা চাউলৰ শালি) | ৰক্তশালি |
| ৰঙা আলু (বিলেতি আলু) | ৰক্তালু |
| ৰজনীগন্ধা | ৰজনীগন্ধা |
| ৰঙা এৰা | ৰক্তৈৰণ্ড |
| ৰত্ন | ৰত্ন |
| ৰসাঞ্জণ | ৰসাঞ্জন |
| ৰাগৰাণ্ডব | ৰাগৰাণ্ডব |
| ৰামশৰ | ভদ্ৰমুঞ্জ |
| ৰবাবটেঙা | মধুপৰ্ণী |
| ৰাবনৰ নাড়ী | আকাশবল্লী |
| ৰুদ্ৰাক্ষ | ৰুদ্ৰাক্ষ |
| ৰূপা | ৰৌপ্য (পৰিশিষ্ট |
| ৰান্ধনীশাক | (বাস্পিকা) |
| ৰঙা কেহৰাজী | বিশল্যকৰণী |
| ৰেণুকা | ৰেণুকা |
| ৰৌ মাছ | ৰোহিত মৎস্য |

| চলিত নাম | শাস্ত্ৰীয় নাম |
|---|---|
| ৰুমীমস্তকী | ধূনৰাজ |
| | (ল) |
| লৱনু | নৱনীত |
| লং | লৱঙ্গ |
| লঙৰ তেল | লৱঙ্গতৈল |
| লা | লাক্ষা |
| লাজুকীলতা | লজ্জাৱতী |
| লাউখন্ধা | মনহুৰা |
| লালীগুড় | ফানিত |
| লতাগুটি | পুতিকৰঞ্জ |
| লতাডিমক | ত্ৰায়মনা |
| লাইতক (হাৰযুৰ্কা) | অস্থিসংহাৰক |
| লোচনৰ গুটিৰ ৰঙা গুং | কাম্পিল্য |
| লোৰাচুৰ | মণ্ডুৰ |
| লোধগছ | লোধ্ৰ |
| লো | লৌহ |
| লঘুপঞ্চমূল | লঘুপঞ্চমূল |
| লাইগাবৰী | ৰজ্ৰভৃঙ্গী |
| লেটেকু (লেটুক) | ৰাজাদনী |
| | (শ) |
| শলথ | শল্লকী |
| শৰৈতিতা | সোমৰাজী |
| শণ | শণ |
| শৰালী | আটিপক্ষী |

| চলিত নাম | শাস্ত্ৰীয় নাম |
|---|---|
| শলা | মিশ্ৰেয়া, শতপুষ্পা |
| শমিন্ধ | শমী |
| শহাপছ | শশক |
| শঙ্খ | (পৰিশিষ্ট) |
| শঙ্খবিষ | শঙ্খবিষ |
| শাওলতা | শ্যামালতা |
| শালমাছ | শষ্কুলীমৎস্য |
| শালগছ | শাল |
| শ্যামাকধান | প্ৰসাতিক |
| শালধূনা | ৰাল |
| শেউতী | তৰণী |
| শেলুক | শালুক, প্ৰপৌণ্ডৰিক |
| শিমলুৰ আঠা | মোচৰস |
| শিলিখা | হৰিতকী |
| শেৱালী | শেফালিকা |
| শেগুন গছ | শাকবৃক্ষ |
| শোলমাছ | শকুলমৎস্য |
| শিজু | সেহুণ্ড |
| শোকোতা | নলিত |
| শুহাগা | টঙ্কণ |
| শুলেইমাহ | কুলথ |
| শুলেঠ | সুৰ্বৰ্চলা, আদিত্যভক্তা |
| শাক | শাক |
| শাওৰা | শাখোট |
| শালিধান | শালি |

| চলিত নাম | শাস্ত্ৰীয় নাম |
|---|---|
| শালিঞ্চ | শালিঞ্চ |
| শিমেলী (শিমলু) | শাল্মলী |
| শিশু | শিংশপা |
| শিলাজিৎ | শিলাজতু |
| শিঙৰী | শৃঙ্গাটক |
| শিলৰ শেলুৰৈ | শৈলজ |
| শৈলুৰৈ | শৈবাল |
| শিলাৰস | শিহ্লক |
| শেতকপৰা | পৰ্পতক |

(স)

| চলিত নাম | শাস্ত্ৰীয় নাম |
|---|---|
| সৰল গছ | সৰল |
| সচললোন | সৌবৰ্চ্চল |
| সৰল গছৰ আঠা | শ্ৰীবাস |
| সৰেভিতা | বাকুচী |
| সটথাৰ | বজ্ৰক্ষাৰ |
| সন্যাসীজটা লতা | ৰুদ্ৰজটা |
| সৰ্পজীবা | পৰ্পতক |
| সৰিযহ | সৰ্ষপ |
| সৰু সুন্দৰপখাল | লঘুদন্তী |
| সযৰিকঠাল | বহুনেত্ৰ (পৰিশিষ্ট) |
| সৰু কাইশাক | ৰাজিকা |
| সৰু এলাচি | এলা |
| সৰু মানমনি | মণ্ডুকপৰ্ণী |
| সৰু দাদিগদিগা | চক্ৰমৰ্দ্দ |
| সৰু কেৰেলা | কাৰবল্লী |

| চলিত নাম | শাস্ত্রিয় নাম |
| --- | --- |
| সৰু গোক্ষুৰ | ইক্ষুগন্ধা |
| সৰু পিপেলী | উৎকটা |
| সৰু সোনোলু | ক্রমোৎপল |
| সাগৰফেনা সিজু | নাগফল |
| সুন্দৰী পখিলা | দন্তী |
| সুন্দৰপখাল | ঐ |
| সুমথিৰা টেঙা | কমলা |
| সোণপকুৰা লতা | বৃদ্ধদাৰক |
| সোণ | স্বৰ্ণ |
| সোণবৰণীয়া জীৱন্তী | স্বৰ্ণজীৱন্তী |
| সাজিক্ষাৰ | স্বৰ্জিকাক্ষাৰ |
| সাচীগছ | অগৰু |
| সুৰুযকান্তি ফুল | সূৰ্য্যমণি |
| সেউতী | সেৱতী |
| স্বৰ্ণমাক্ষিক | স্বৰ্ণমাক্ষিক |
| সোণপকুৰা | পৰমা |
| সোণোলু | আৰগ্বধ |
| সোণবৰিয়াল | অতিবলা |
| সিদ্ধিলতা | অমৃতবল্লী |
| সুগন্ধিৰাস্না | সৰ্পগন্ধা |
| সুগন্ধিবালা | হ্রীবেৰ |
| সোলোঙা টেঙা | মাতুলুঙ্গ |

(ষ)

| চলিত নাম | শাস্ত্রিয় নাম |
| --- | --- |
| ষড়উষণ | ষড়উষণ |

(হ)

| চলিত নাম | শাস্ত্রিয় নাম |
| --- | --- |
| হলফলি | লবলী |
| হস্তিকণ্ড | হস্তিকণ্ড |
| হৰিশঙ্কৰ | শঙ্কৰপ্রিয় |
| হৰিতাল | হৰিতাল |
| হাইঠা | ৰীঠা, অৰিষ্ট |
| হাৰযুঞ্জা | অস্থিসংহাৰক |
| হৰিনাড়ী | খৰল্লী |
| হাঁহ | হংস |
| হাঁহকণি | হংসবীজ |
| হাঁহঠেঙীয়া | হংসপদী |
| হাপৰমালী | বিশল্যকৃত |
| হাতীশুৰীয়া | সৰ্পদমনী |
| হাতীৰ মঙহ | হস্তিমাংস |
| হাতীৰ মূত | হস্তিমূত্ৰ |
| হাতীদঁতীয়া বন | নাগদন্তী |
| হাঁচুতি | চিক্কিকা, ক্ষবক |
| হালিম | চন্দ্রশূৰ |
| হালধি | নিশা |
| হীৰা | হীৰক |
| হিদাল | ইজ্জল |
| হিঙ্গুল | হিঙ্গুল |
| হুকুমাটেঙা | মধুকৰ্কোটিকা |
| হেলচি | হিলঞ্চ |
| হোগল | পৰিপেল্ল |

| চলিত নাম | শাস্ত্রীয় নাম | চলিত নাম | শাস্ত্রিয় নাম |
|---|---|---|---|
| হাইতাল | হৰিতাল পক্ষী | | (ক্ষ) |
| হেমতাল | হিন্তাল | ক্ষীৰকাকলী | ক্ষীৰকাকলী |
| হিং | হিঙ্গু | ক্ষীৰিবৃক্ষ | ক্ষীৰিবৃক্ষ |
| হ্রস্ব পঞ্চমূল | হ্রস্ব পঞ্চমূল | ক্ষীৰ বিদাৰী | ভূমিকুষ্মাণ্ড |

—x—

# এটি অনুৰোধ

বৈদ্যক গ্রন্থ অসমীয়াত সংগ্রহ কৰা এইটোৱে আমাৰ প্ৰথম প্ৰচেষ্টা। ইয়াত আমাৰ নানা প্ৰকাৰ ক্ৰুটি-বিচ্যুতি হোৱাতো সম্ভৱৰ কথা। যদি সদাশয় সুধীজনৰ চকুত কোনো বিষয়ৰ ভুল-ভ্ৰান্তি ধৰা পৰে অনুগ্ৰহ কৰি আমাক জনাই কৃতজ্ঞতা পাশত আৱদ্ধ কৰে যেন। আমাৰ এই কাৰ্য্যত ৰাইজৰ আগ্ৰহ অনুভূতি দেখা পালে এই শ্ৰেণীৰ আৰু কেখনমান পুথি প্ৰকাশ কৰিবলৈ একান্ত আগ্ৰহ আছে। যদি কিবা ভুল-ভ্ৰান্তি ওলায় ইয়াৰ পিছৰ সংস্কৰণত তাক সংশোধিত আকাৰে প্ৰকাশ কৰা হব। এয়ে আমাৰ সনির্ব্বন্ধ অনুৰোধ। ইতি—

বিনীত—

টিহু { শ্ৰী যাদৱ দেৱ শৰ্ম্মা।

# দ্ৰব্য-গুণ দৰ্পণ

## [অ]

অকৰ্কৰ—আকৰকৰা বচ ( এবিধ বচ জাতীয় জলা উদ্ভিদৰ মূল) বঙলা নাম আকৰকৰা Anacyclus Pyrethrom. বলকাৰক শ্লেষ্ম নিঃসাৰক প্ৰতিশ্যায় আৰু শোথ নাশক।

অগস্তি—বকফুলৰ গছ, বঙলাতো একে নামেৰে পৰিচিত, ৰঙা আৰু বগা দুবিধ দুয়ো বিধেই প্ৰায় সমগুণী। Sesbana Grandiflora Syn. Aeschynomene Grandiflora Roxb. পিত্তনাশক আৰু শীতবীৰ্য্য যোনিশূল, তৃষ্ণা, কুষ্ঠ, শোথ, পীনস চাতুৰ্থক জ্বৰ আৰু কুকুৰিকণা ৰোগত উপকাৰী।

অগুৰু—অগৰু, আগৰ বা সাঁচিগছ বঙলা অগুরু চন্দন Aquilaria agallocha. সাধাৰণ অগৰুতকৈ কৃষ্ণ অগৰু বেছি গুণশালী। ব্ৰণ, কফ বায়ু আৰু মুখ কাণ চকু আদিৰ ৰোগ নাশক।

অগ্নিমন্থ—গণিয়াৰী গছ (মাছ কাঁইটীয়া গছৰ আকৃতিৰ কাঁইটীয়া গছ ) বঙলা গণিয়াৰী Premna serratifolia. শোথ, পাণ্ডু আৰু কফ নাশক।

অঙ্কোটক—এবিধ গছ, বঙলাত ধলা আকড়া Alangium Hexapetalum কটু তীক্ষ্ণ আৰু ৰেচক ক্ৰিমি-শূল, আমদোষ আৰু শ্লেষ্মা নাশক।

**অজকৰ্ণ**— এবিধ শাল গছ, Buchanania Latifolia. কফ, পাণ্ডু, কৰ্ণ ৰোগ, প্ৰমেহ, কুষ্ঠ, বিষদোষ আৰু ব্ৰণ আদিত উপকাৰী।

**অজমোদা**—বন যাগুন, বঙলা বন যমানী Apimn invalvcratum. কটু, তীক্ষ্ণ, অগ্নি বৰ্দ্ধক। কফ আৰু বায়ু নাশক।

**অজগন্ধিকা**-- বন তুলসী, বঙলা বাবুই তুলসী,ৰুচি-জনক, আৰু কফ নাশক। ৰুাগ মেহ আৰু ৰক্তাতিসাৰত হিতকৰ।

**অজৰা**—বান্দৰ কেৰোঁৱা, বঙলা আলকুশী Mucuna Pruriens. কেশৰ ক্ৰিমিনাশক গুটি স্নায়বীয় দুৰ্ব্বলতা নাশক আৰু পুষ্টি জনক। মূল বাত ৰোগ নাশক।

**অজশৃঙ্গী**—কাকড়াশৃঙ্গাত চাওক—

**অজশৃঙ্গিকা, মেষশৃঙ্গী**— ছাগলীশিঙীয়া, বঙলা ছাগলবেঁটে Convolvulus argenteus. কাঁহ নাশক, গৰ্ভজনক পিত্ত, শ্বাস, আৰু হৃদ্ৰোগ নাশক।

**অজাজী**—এগাজীৰা, বঙলা কৃষ্ণজীৰা Cuminum Cyminum. cumin Seed. কটুৰস, উষ্ণ বীৰ্য্য, লঘু পাচক। বায়ু, গুল্ম, আধ্মান, অতিসাৰ, গ্ৰহণী, ক্ৰিমি, কফ নাশক, বল বৰ্দ্ধক, ৰুচি জনক। হিন্দিত--সফেদ জীৰা।

**অঞ্জীৰ**—ডাঙৰ মধুৰী আম, সফৰী আম, বঙলা বড়পেয়াৰা Ficas carica. বল পুষ্টি কাৰক, ৰেচক।

**অতসী**—তিছি, বঙলা মসিনা বা তিসি Linum usitatissimum. মধুৰ বলকাৰক আৰু মেহ ৰোগত হিতকৰ।

**অতিপত্ৰা**—সোণ বৰিয়াল, বঙলা বলা বা বেৰেলা Sida Cordifolia. স্নিগ্ধ, গ্ৰাহী, বাত পিত্ত আৰু ক্ষত নাশক। ইয়াৰমূলৰ ছালৰ চূৰ্ণ গাখীৰ আৰু চিনিৰে খালে মূত্ৰাতিসাৰ ৰোগ প্ৰশমিত হয়।

**অতিবলা** — ৰৰবৰিয়াল, Sidarhombifolia. তিক্ত কটু বাত নাশক, দাহ তৃষ্ণা, বিষ আৰু ছৰ্দ্দি (বমি) প্ৰভৃতিৰ হিতকাৰী।

**অতিবিষা**—জাপৰী বিহ, বঙলা আতৈশ, Aconitum heterophyllum. কফ, পিত্ত জ্বৰ, কাঁহ আৰু আমাতিসাৰত উপকাৰী। বিষ নাশক।

**অনন্তমূল**— দুধেলি লতা, নাহৰপতীয়া লতা, বঙলা অনন্তমূল, Hemidesmus Indicus Syn. Asclipia. স্বাদু, তীক্ষ্ণ আৰু শুক্ৰজনক। ৰক্ত পৰিষ্কাৰক, অগ্নিমান্দ্য, অৰুচি, ৰক্ত প্ৰদৰ, জ্বৰাতিসাৰ প্ৰভৃতি নাশক।

**অনিক্ষু**—খাগৰি, বঙলা খাগ্ড়া Saccharum pantaneums. মূত্ৰকৃচ্ছ্ৰ ৰোগত হিতকৰ।

**অপৰাজিতা**—অপৰাজিতা, বঙলাতো একে নাম Clitoria Ternatea. ত্ৰিদোষ নাশক, কাঁহ আৰু শোথ ৰোগত উপকাৰী।

**অপমাৰ্গ**—বনসট, বঙলা আপাঙ Achyranthes aspera সংগ্ৰাহী, অৰ্শ, কণ্ডু, কফ, ৰক্ত আৰু আমদোষ নাশক।

**অভয়া**—শিলিখা, বঙলা হৰিতকী, Terminalia

chebula. সৰ্ব্ব দোষ নাশক ৰসায়ন আৰু পৰিবৰ্ত্তক।

**অভ্ৰক**—বালি চান্দা, বঙলা অভ্ভৰ বা অভ্ৰ Talc (Mica) শোধিত অভ্ৰ কুষ্ঠ, মেহ আৰু ত্ৰিদোষ নাশক।

**অভিষুক**—পেস্তা নামক বিদেশী ফল Pistacia vera (The Pistachionut tree.) মধুৰ ৰস, গুৰুপাক, স্নিগ্ধ উষ্ণ বীৰ্য্য পুষ্টিকাৰক, বল আৰু শুক্ৰ জনক।

**অমৰবল্লী** বা **আকাশবল্লী**—ৰাৱনৰ নাড়ী, হৰিনাড়ী বা আকাশী লতা Cassayta filiformis বলকৰ, ৰসায়ন, পিত্ত শ্লেষ্ম দোষ নাশক।

**অমৃতবল্লী**—অমৃতা, বৎসবাদিনী, গুড়ুচী, মধুপৰ্নী, সিদ্ধিলতা, আমৈলতা, বঙলা গুলঞ্চ লতা (গুড চিত চাওক।)

**অম্বষ্ঠা**--টুংপুৰী লতা, বঙলা আকনাদি Stephania hernandifolia কফ, বাত আৰু জ্বৰ নাশক।

**অম্বষ্ঠা**--জুটি ফুল, বঙলা যূঁথিকা ফুল, পিত্ত নাশক, কফ, আৰু বায়ু জনক।

**অম্বষ্ঠা**--চেঙেৰী টেঙা, বঙলা আমৰুল শাক Rumex Scutatus. অগ্নিদীপক, ৰুচিকৰ, ৰুক্ষ, উষ্ণবীৰ্য্য, পিত্তকৰ, অম্লৰস, ই কফ, বাত, গ্ৰহণী ৰোগ, অৰ্শ, কুষ্ঠ আৰু অতিসাৰ নাশক।

**অম্বষ্ঠা**--দাক্ষিণাত্যত হোৱা এবিধ দৰৰ গছ, ইয়াৰ অভাৱত টুপুৰী লতা, লক্ষণামূল বা অশোক ছাল ব্যৱহাৰ কৰা হয়।

**অম্রাতক** বা **আম্রাতক**--আমৰা, বঙলা আমড়া, Spondias mengifera স্নিগ্ধ, বৃষ্য, গুৰুন আৰু বিষ্টম্ভী ।

**অম্লবেতস**--থেকেৰা বা থৈকৰা, বঙলা থৈকল. Rumex vesicarius. বাত নাশক, কফ কৰ্ষ গুল্ম,আৰু অৰুচি নিবাৰক ।

**অম্লকৰঞ্জ** বা **কৰমৰ্দ্দ** কৰজা টেঙা, বঙলা নাম টককৰমচা । ৰুচিজনক, পিপাসা নিবাৰক আৰু অগ্নিবৰ্দ্ধক । পনীমালকো কৰমৰ্দ্দ বোলে ।

**অম্ললোনী**---চাংডেৰী টেঙা, অশ্মন্তা চাওঁক ।

**অম্লশাক**- চুকা শাক, বঙলা টক পালং । বায়ু দাহ শ্লেষ্মা নাশক পিত্তবৰ্দ্ধক । চেনি মিহলি চুকা শাক দাহ পিত্ত আৰু কফ ৰোগত উপকাৰী ।

**অৰই**--গন্ধচানা বঙলা গন্ধকচু । লঘু, ৰুচিকৰ আৰু পাচক ।

**অৰিমেদ**---তৰুৱা কদম বঙলা গুয়েবাবলা Acacia Farnesiana. অতিসাৰ, কাঁহ আৰু বিসৰ্প নাশক ।

**অৰিষ্ট**--হাইঠা বঙলা ৰিঠা Sapindus trifoliatus. গ্ৰহপীড়া আৰু দাহ, শূল নিবাৰক । গৰ্ভপাত কৰ ।

নিমুগছ আৰু নহৰুকো অৰিষ্ট বোলা হয়, এইবোৰ যথাক্ৰমে "নিম্ব" আৰু "ৰসোন" শব্দ চাওঁক । অৰিষ্ট—দৰবগছ সিদ্ধ কৰি সেই ক্বথত পচন নিবাৰক দ্ৰব্য মিহলি কৰি প্ৰস্তুত কৰা এবিধ মদ্য জাতীয় বস্তু ।

**অৰ্ক**--আকন গছ, বঙলা আকন্দ গাছ, Calotropis Gigantea. ব্ৰণ, কণ্ডু, কুষ্ঠ আৰু ক্ৰিমি নাশক । প্লীহা, গুল্ম আৰু

অর্শ নিবাৰক।

**অর্কপুষ্পী**--কর্ণমূলা, বগা শু শুঠ বঙলা সাদা হুডহুডে, Gynandropsis pentaphylla ক্রিমি, শ্লেষ্ম, মেহ আৰু শিও নাশক, কর্ণশূলত উপকাৰী।

**অম্লিকাফল**--তেতেঁলী বঙলা তেঁতুল, Tamarindus Indica কাঁচা তেতেঁলী বায়ু নাশক, গুৰুপাক, ৰুক্ষ পিত্ত জনক আৰু ৰক্ত দুষ্টি কাৰক।

পকা তেতেঁলী অগ্নিদীপক ৰুক্ষ আৰু সাৰক ই কফ আৰু বায়ু নাশক।

**অলক্তক**-লা ৰস, আলতা, বঙলা আলতা Shell Lac The animal dye কষায় তিক্ত ৰস, শীতল, ৰক্তপিত্ত, ৰক্ত-প্রদৰ, ৰক্তাতিসাৰ আদি তেজ যোৱা ৰোগত উপকাৰী। ইয়াক ভিজোৱা পানী কর্ণ ৰোগত উপকাৰী।

**অলুক**- আলু Potatoes মধুৰ ৰস অগ্নি আৰু বল বর্দ্ধক, পুষ্টিকাৰক, গুৰু, মল, মূত্র আৰু বায়ুবৰ্দ্ধক গুৰুপাক।

**অল্পমাবিষ**-খুতুৰা বা কাঁটাখুদনা শাক, বঙলা কাঁটানটে, Amorantus Spinosis ৰুচিকৰ, অগ্নিদীপক, পিত্ত, কফ, ৰক্তদুষ্টি আৰু বিষনাশক।

**অর্জ্জুন**—অর্জ্জুন গছ, বঙলাতো একেনাম Tarminalia Arjuna ক্ষত, ক্ষয, বিষ আৰু ৰক্তদোষ নাশক। মেহ, ব্রণ আৰু হৃদ্রোগ নিবাৰক।

**অলর্ক**—বগা আকন, বঙলা শ্বেত আকন্দ, Calotropis

Gigantea. বমনকাৰক, বিৰেচক, পৰিবৰ্ত্তক, বিষ নাশক।

**অলাবু**---পানীলাউ বঙলা লাউ Legennaria Vulgaris. বৃষ্য, ধাতু পুষ্টিকৰ আৰু পিত্ত শ্লেষ্ম নাশক।

**অলিঞ্জৰ**--এবিধ বাঙী, ছিৰাল, বঙলা ফুটী। ফল মধুৰ ৰস শুক্রপাক, মূত্রকাৰক, গুটি পুষ্টিজনক, শোথ নিবাৰক।

**অশোক**---অশোক ফুলৰ গছ বঙলা অশোক Sarca Indica. শীতবীৰ্য্য, সংকোচক, প্রদৰ আৰু জৰায়ু পীড়াত সুফলপ্রদ। স্ত্রী ব্যাধিৰ পৰম উপকাৰী।

**অশ্বকৰ্ণ**--এবিধ শালজাতীয় গছ Shorea rodusta. ৰক্তপিত্ত নাশক বিহ ফোহোৰা আৰু কণ্ডুনাশক।

**অশ্বগন্ধা**--অসমীয়া আৰু বঙলা একে নাম Withania Somnifera. বলকৰ, ৰসায়ন আৰু শুক্র বৃদ্ধি কাৰক। মূৰৰ বিকাৰ সমূহ প্রশমিত কৰে।

**অশ্বত্থ**--আহঁত গছ, বঙলা অশোথ Ficus religiosa. ৰক্তদাহ প্রশমক আৰু যোনি-দোষ নিবাৰক।

**অসিশিম্বী**--কাস্তাল উৰহী, বঙলা এক প্রকাৰ শিম।

**অশ্মন্তক**-পাতেগজা, পাত পালেং, দুপৰটেঙা, বঙলা পাথৰ-কুঁচি Colenus Amboinicus Syn. Colenus Aromaticus. মলভেদক বস্তিশোধক, মূত্রকাৰক। মূত্রকৃচ্ছ্র, অশ্মৰী, প্রমেহ, তৃষ্ণা, দাহ আৰু অর্শৰোগৰ শান্তি কাৰক।

**অসন**--আজাৰ গছ, বঙলা পিয়াশাল, Pentaptera Tomentosa. বায়ু নাশক, চুলি আৰু শৰীৰৰ চৰ্ম্মৰ উপকাৰী

ৰসায়ন। গলৰোগ ৰক্তপিত্ত আৰু কুষ্ঠাদি চৰ্ম্ম ৰোগত উপকাৰী।

**অষ্টপদী**--ভূটিমালী ফুল, বঙলা বেল ফুল, Jasminum Sambac ইযাৰ গছ কফ, পিত্ত আৰু বিষ দোষত উপকাৰী।

**অষ্টবৰ্গ**--শাস্ত্ৰোক্ত আঠ বিধ পুষ্টিকাৰক মহৌষধিৰ সমষ্টি যেনে:--মেদ, মহামেদ, জীৱক, ঋষভক ঋদ্ধি, বৃদ্ধি, কাকোলী, আৰু ক্ষীৰকাকোলী। ইযাৰ গুণ শুক্ৰবৰ্দ্ধক, পুষ্টিকাৰক, স্তন্যজনক গৰ্ভপ্ৰদ, শ্লেষ্মবৰ্দ্ধক, বলকাৰক, কামোদ্দীপক, ভগ্ন স্থানৰ সংযোজক আৰু দাহ, শোথ, ৰক্তপিত্ত, তৃষ্ণা, জ্বৰ. মেহ আৰু ক্ষয ৰোগত উপকাৰী।

বহু দিনৰ পৰা এই বিলাক দ্ৰব্য দুষ্প্ৰাপ্য হোৱাত শাস্ত্ৰত ইযাৰ প্ৰতিনিধি হিছাবে তলত লিখা দ্বৰে দ্ৰব্য ব্যৱহাৰৰ নিযম লিখিত হৈছে: মেদৰ অভাৱত অশ্বগন্ধা, মহামেদৰ অভাৱত অনন্তমূল জীৱকৰ অভাৱত সিদ্ধিলতা, ঋষভকৰ অভাৱত ভূমিকুষ্মাণ্ড, ঋদ্ধিৰ অভাৱত বগা বৰিযাল আৰু বৃদ্ধিৰ অভাৱত সোণ বৰিযাল। কাকোলী, ক্ষীৰকাকোলীৰ অভাৱত শতমূল।

**অৰণ্যপলাণ্ডু**---বন নহৰু, গো নহৰু বঙলা বনপেঁয়াজ Urgi Indica. বলকাৰক, মূত্ৰনিঃসাৰক, শ্লেষ্মা নাশক।

**অস্থিসংহাৰক**--লাইতক বা হাড়ঘুঞ্চা বঙলা হাড়ভাঙা বা হাড়যোড়া, Vitis quadrangularis. অস্থিসংযোজক, ক্ৰিমি আৰু অৰ্শ নাশক।

**অহিফেন**--কানি বঙলা আফিম, Papaver Somniferum. (Opium.) বল, পুষ্টিকাৰক, সন্নিপাত নাশক।

মোহ জনক, আৰু ধাৰক।

**অক্ষ**--ভয়ৰা বা ভোমোৰা গছ, বঙলা বয়ৰা বা বহেড়া গছ, Terminelia Belerica.

গছৰ গুণ—কটু, তিক্ত কাঁহ নাশক মাদক।

ফলৰ গুণ—মধুৰ বিপাক, ভেদক, কক্ষ কফ আৰু পিত্ত নাশক। গুটিৰ মজ্জা—পিপাসা, বমি, শ্বাস, হিক্কা, কফ আৰু বাত নাশক, লঘুপাক।

**অক্ষোট**—আখৰোট বাদাম, বঙলা আকৰোট Juglane regia. সাৰক বাতপিত্ত নাশক, ৰক্ত-দোষ নিবাৰক।

**অসিপত্ৰাতৃণ**—মাহুৰী বন, বঙলা গুণ্ডাতৃণ, কফ বায়ু আৰু ৰক্ত-দোষ নাশক।

# [আ]

**আকাশবল্লী, আকাশবল্লৰী, আকাশবেল, অমৰবল্লীৰ** নামান্তৰ।

**আখুকর্ণী**—কণাপুনি, বঙলা ইন্দুৰকাণী, Salvinia Cucullata. এই পুনি দুবিধ, ঔষধত সকু বিধহে ব্যৱহাৰ কৰা হয়, ই উষ্ণবীৰ্য্য পাচক কফ, পিত্ত আনাহ, জ্বৰ শূল ৰোগ নাশক।

**আকোন্দনী**—টুপুৰী লতা, "অম্বষ্ঠা" চাওঁক।

**আজবল্ল**—বগা গেন্ধেলী বন, এবিধ বন তুলসী, প্ৰাকৃত নাম আজবলী। ই অগ্নিদীপক, পিত্তবৰ্দ্ধক, দাহ জনক

আৰু সুপ্রসব কাৰক।

**আজক্ষীৰ**—ছাগলীৰ গাখীৰ, মলধাৰক, অগ্নিবৰ্দ্ধক, অৰ্শ ক্ষয়, পিত্ত নাশক। জ্বৰ, হাঁহ আৰু ৰক্তাতিসাৰত উপকাৰী। ত্রিদোষ নাশক।

**আটিপক্ষী**—শৰালী, বঙলা শৰাল ইযাৰ মঙ্গহ অগ্নিদীপক শুক্রবৰ্দ্ধক, বলকৰ, বায়ু আৰু কাহ ৰোগত উপকাৰী।

**আতৃপ্য**—আতৈফল বা আতলছ বঙলা আতা Anona Squamosa. ইং Custard apple. বলকাৰক, ৰক্তবৰ্দ্ধক, মাংসকাৰক, দাহ, ৰক্তপিত্ত আৰু বাত নাশক।

**আত্মগুপ্তা**-অজৰা, কপিকচ্ছু, বান্দৰ কেকোঁৱাৰ নামান্তৰ

**আদিত্যভক্তা**- সুৰ্য্যলোত চাওঁক।

**আৰ্দ্ৰক**— আদা, Jingiber Officineli. উষ্ণবীৰ্য্য, অগ্নিদীপক, বৃষ্য, কফ, বাত নাশক। ভোজনৰ আগতে সৈন্ধৱ লোণৰ লগত খালে অগ্নিৰ দীপ্তি হয়। কুষ্ঠ, পাণ্ডু, মূত্রকৃচ্ছ্র, ৰক্তপিত্ত আদি ৰোগত আদা অপকাৰী।

**আমলকী**—ধা ধাত্রী আমলকী বা আমলখু বঙলা আমলা Phyllanthus Emblica. জড়া আৰু সৰ্ব্বৰোগ বিনাশক, বল পুষ্টি মেধা স্মৃতি বৰ্দ্ধক ৰসায়ন। কেঁচা প্রয়োগত--ৰক্তপিত্ত আৰু প্রমেহ ৰোগৰ হিতকাৰী।

**আম্র**—আম Mengifera Indica. কুঁহি আম অগ্নিবৃদ্ধিকৰ, গ্ৰাহী কণ্ঠৰোগ নাশক, মেহ, কফ আৰু ব্ৰণ নাশক। পকাআম ত্রিদোষ নাশক, পুষ্টিকৰ, ধাতু বৃদ্ধিকাৰক আৰু কান্তিজনক।

**আৰগ্বধ**—সোনালু বঙলা সোন্দাল Cassia Fistula. মৃদু বিৰেচক আৰু যকৃতৰ ক্রিয়া বৰ্দ্ধক। সৰু ল'ৰা ছোৱালীৰ যকৃত দুৰ্ব্বল হোৱাৰ কাৰণে শৌচ কঠিন হলে পকা সোনালুৰ শাহ খুৱালে খোলোচা ৰাখে।

**আলুক**—আলু "অলুক" চাওঁক।

**আবৰ্ত্তকী**— কৰুন দেশত হোৱা এবিধ লতা বিশেষ ই মলভেদক, শুক্রবৰ্দ্ধক আৰু ৰসায়ন।

**আস্যশাখোট**—যখুনীশাওৰা বঙলা আস্‌শ্যোড়া ইয়াৰ ছালৰ ৰসৰ গুণ জ্বৰ, পিত্ত, কফ আৰু ক্রিমি নাশক, পাণ্ডু ৰোগত উপকাৰী।

**আড়িমৎস্য**—আৰি মাছ, শুক্র বল আৰু মেধা জনক বায়ু শ্লেষ্মা প্ৰকোপক।

**আঢ়কী**—ৰহৰ বা অড়হৰ Cajanus Indicus Syn. Cytisus cajan. ৰহৰ কষায় মধুৰ ৰস, গুৰুপাক, ৰুক্ষ, মলৰোধক কফ পিত্ত নাশক কিঞ্চিত বায়ুবৰ্দ্ধক ৰুচিজনক।

**আশুধান্য**—আহুধান, ইয়াৰ চাউল মধুৰ ৰস, অম্ল আৰু গুৰুপাক মূত্রবৰ্দ্ধক পিত্তকৰ।

**আৰণ্যজীৰক**—বনজীৰা উষ্ণবীৰ্য্য, কফ, স্তম্ভবাত আৰু ব্ৰণ নাশক।

# [ই]

**ইঙ্গুদী**—ইঙ্গুদী গছ, বঙলা ইঙ্গুদী, Belanites Roxburghii Plachon Syn. Ximenia Aegyptiaca Roxb. চৰ্ম্ম আৰু শূল ৰোগত উপকাৰী। গুটিৰ পৰা ওলোৱা তেল কান্তিজনক আৰু পিত্তনাশক।

**ইজ্জল**— হিদাল গছ, বঙলা হিজল, Barringtonia Acutangula. সংগ্ৰাহী বিষঘ্ন, কম পৰিমাণে বমিকাৰক কুষ্ঠ আৰু শ্লেষ্মানাশক।

**ইন্দ্ৰযৱ**—দুধকুৰি গছৰ গুটি, বঙলা ইন্দ্ৰযব, Seeds of Holarrhela antidysentrica. ত্ৰিদোষঘ্ন, ধাৰক আৰু জ্বৰ নাশক। অতিসাৰ, ৰক্তাৰ্শ, বমি, বিসৰ্প, কুষ্ঠ, বাতৰক্ত আৰু শূলৰোগত হিতকৰ।

**ইন্দ্ৰবাৰুণী**—বিশালা, চিত্ৰফলা, মৃগেৰ্বাৰু, ইযাৰ বেলেগ নাম অসমীযাত গৰখীযা তিয়ঁহ, গৰখীযা লুভি, বঙলা ৰাখালশশা, Citrutus Colocynthis. বিৰেচক, জ্বৰ, পিত্ত, ক্ৰিমি, গুল্ম, উদৰী আদি ৰোগত হিতকাৰী।

**ইন্দ্ৰসুৰস**-- নিসিন্দা চাওক।

**ইল্লিশ মৎস্য**--ইলিহমাছ, বঙলা ইলিশমাছ, মধুৰ ৰস ৰুচিকাৰক, অগ্নিবৰ্দ্ধক, কফ আৰু পিত্তকৰ, বাযু নাশক শুক্ৰবৰ্দ্ধক।

**ইক্ষু**--কুঁহিযাৰ বঙলা আক্ Saccharum officinarum. বৃষ্য, বলকৰ, মূত্ৰকাৰক, কান্তিজনক, বাতপিত্ত নাশক।

**ইক্ষুগন্ধা**- এবিধ সৰু জাতীয় গক্ষুৰ কণ্টক, বঙলা ছোট গক্ষুৰ, Tribulus terrestris. বল পুষ্টিকাৰক, ৰসায়ন, অশ্মৰী, প্ৰমেহ, শ্বাস, কাঁহ, অৰ্শ আৰু হৃদ্ৰোগত উপকাৰী।

**ইক্ষাকু**—তিতালাউ, বঙলা তিত্‌লাউ, বমিকাৰক, হৃদয় শোধক, পাণ্ডু, ক্রিমি, শ্বাস, কফ, বায়ু, ব্রণ, আৰু বিষ দোষত উপকাৰী।

## [উ]

**উৰম্বৰ** বা **উদুম্বৰ**—এৱাডিমৰু, বঙলা যজ্ঞডুমুৰ, Ficus Glomerata. সঙ্কোচক, ৰক্ত-প্ৰদৰ, ৰক্তোৎকাস, বহুমূত্ৰ, আদি ৰোগত হিতকাৰী। ইয়াৰ আঠা প্ৰস্ৰাবৰ দোষ নাশক।

**উৎপল** বা **উৎপলিনী**—ভেটে বা ভেটকলি, বঙলা উৎপল, Nymphaca Stellate the blue lotus. পিত্ত, কফ, দাহ আৰু ৰক্ত-পিত্তত উপকাৰী।

**উশীৰ**—গন্ধবিৰিণাৰ মূৰা, বঙলা বেনামূল, Andropogon muricatum. দাহ জ্বৰ, পিত্তজ্বৰ, বিষদোষ আৰু বিসৰ্প নাশক।

**উৎকটা**--সৰু পিপেলী, বঙলা বনপিপুল, ডাঙৰ পিপেলীৰ সমগুণী, "পিপ্পলীত" চাওঁক।

**উড়িক্কা**--উৰিধান, এই ধানৰ চাউল বলকাৰক, শ্লেষ্ম-বৰ্দ্ধক।

## [ঋ]

**ঋষভক**--ঋষভক হিমালয়ত পোৱা এবিধ বনৌষধি। ই বলকৰ আৰু শুক্ৰবৰ্দ্ধক ৰসায়ন। ইয়াৰ অভাৱত ভুঁইকোমোৰা দিয়া হয়।

**ঋদ্ধি**--অষ্টবৰ্গৰ অন্তৰ্গত এবিধ বনৌষধি। ইয়াৰ অভাৱত সোণবৰিয়াল দিয়া হয়।

## [এ]

**এৰণ্ড**--এৰিগছ, বঙলা ভেৰেণ্ডা বা ৰেড়ি, Ricinus communis. গছৰ মূল বিৰেচক, জ্বৰঘ্ন আৰু নানাবিধ শূলনাশক। এৰিতেল--বিৰেচক।

**এলা**--বড়এলাচি, বঙলা বড়এলাইচ, Larger Cardamum. কটু, অগ্নিকাৰক, লঘু আৰু পিত্তঘ্ন।

**এলা**--সৰু এলাচি, বঙলা গুজৰাটী এলাইচ, Elletaria Cardamum. কফ, কাঁহ, শ্বাস, অৰ্শ, বায়ু আৰু মূত্ৰকৃচ্ছ্ৰ ৰোগত হিতকৰ।

**একাঙ্গী**—( গন্ধকুটী, দৈত্যা, সুৰভি আৰু তালপৰ্ণিকা ) মুৰামাংসী, বঙলা মুৰামাংসী, বঙলা "একাঙ্গী" কৰ্চুৰ চাওঁক। ই পিত্ত, বায়ু, জ্বৰ, ৰক্ত-দোষ, ভূতাবেশ, কুষ্ঠ আৰু কাঁহ নাশক।

**একমূলী** বা **আত্মমূলী**-- "দুৰালভা" চাওঁক।

## (ক)

**কঙ্কোল**--কঙ্কোল, বঙলা কাঁকলা, Cocculus Indicus. মুখৰ দুৰ্গন্ধহৰ আৰু হৃদ্‌ৰোগ নাশক।

**কঙ্ক**--এবিধ আম (আম্র চাওক)

**কঙ্কু**--কণিধান, বঙলা কাংণিধান, Panicum Italicum.

**কচ্চী**--কচু, Colocasia Antiquorum. ঠাৰিৰ ৰস, ক্ষত আৰু ৰক্তশোধক। মূল, বল আৰু শুক্রবৰ্দ্ধক।

**কচ্ছপ**--কাছ, বঙলা কাছিম, ইয়াৰ মঙ্গহ বলকাৰক, বায়ুপিত্ত নাশক আৰু ধ্বজভঙ্গ নিবাৰক।

**কটুকা, কটুকী** বা **কটুৰোহিণী**--কটকীতিতা, বঙলা কটকী, Picrorrhiza Kurroa. ভেদক, অগ্নিদীপক আৰু হৃত্থকফ, পিত্তজ্বৰ, প্রমেহ, শ্বাস, কাঁহ, ৰক্তদোষ, দাহ, কুষ্ঠ আৰু ক্রিমি নাশক।

**কটফল**--কটফল, Myrica Sapida. কাঁহ, শ্বাস, দাহ আৰু জ্বৰ নাশক।

**কণ্টকাৰী**--কণ্টিকাৰী, বঙলা কণ্টকাৰী, Solenum Xanthocarpum. জ্বৰ, শ্বাস, কাঁহ, প্রতিশ্যায় আৰু পীনস নাশক।

**কন্যা**--ছালকুঁৱৰী, "ঘৃতকুমাৰিকা" চাওক।

**কন্যা**--তিতাকেঁৰেলা, কফনাশক, ব্ৰণ শোধক আৰু তেজ পৰিষ্কাৰক।

**কৰ্ত্তৃন**---গন্ধবিৰিণা, বঙলা গন্ধবেনা, Andropogon

Schoenanthus. কফনাশক, শস্ত্র আৰু শল্য আদিৰ দ্বাৰা হোৱা ক্ষতদোষ নিবাৰক শিশুৰ ৰোগত উপকাৰী।

**কদম্ব**—কদম, বঙলা কদম, Anthocephalus Kadamba. ত্রিদোশ নাশক, শুক্রকাৰক, শীতল আৰু ব্রণ দোষ প্রশমক।

**কদলী**—কল, বঙলা কলা, Musa Sapientum গছৰ গুণ—বৃষ্য, ৰক্ত দোষ, যোনিদোষ, অশ্মৰী আৰু ৰক্ত পিত্ত ৰোগত হিতকৰ। পকাফল---পিত্তনাশক, শুক্র আৰু পুষ্টি বৰ্দ্ধক, কান্তি জনক, কফ বৰ্দ্ধক।

**কনক**---কনক ধতুৰা, বঙলা ধুতুৰা Datura fastuosa মাদক, বেদনা হাৰক আৰু আক্ষেপ নিবাৰক।

**কপিত্থ**—কাঠবেল, বং কয়েতবেল Feronia elephantum. ইযাৰ গছৰ ছালৰ গুণ---মলৰোধক, শুক্রবৰ্দ্ধক, পিত্ত আৰু ব্রণনাশক। কেঁচাফল---ত্রিদোষ বৰ্দ্ধক, কণ্ঠৰোগ জিহ্বাৰ জড়তা আৰু বিষনাশক। পকাফল--শ্বাস, বমি আৰু হিক্কাদি নাশক।

**কমল**—পদুম, বঙলা পদ্ম, Nelumbium Speciosum. বৰ্ণকাৰক, কফনাশক, তৃষ্ণা, দাহ, বিসর্প ৰোগত উপকাৰী।

**কমলা**—কমলা বা সুমথিৰা টেঙা, বঙলা কমলা লেবু, Citru aurantium বৰ্ণকাৰক, কফ নাশক, বৃষ্য, তৃষ্ণা, দাহ আৰু বিসর্প আদি ৰোগত উপকাৰী।

**কৰঞ্জ**—কৰচা গছ, বঙলা ডহৰ কৰঞ্জ, Almus integre-

folia. কুষ্ঠ, কণ্ডু, ব্রণ আৰু বিহ্ফোহোৰা আদি নাশক।

**কৰবীৰ**—কৰবীৰ ফুলৰ গছ, বঙলা কৰবী, Nerium odorum. কুষ্ঠ, কুণ্ডু, ব্ৰণ আৰু ক্ৰিমি আদি নাশক।

**কৰ্কটশৃঙ্গী**—কাকৰাশৃঙ্গী, বঙলা কাকড়াশৃঙ্গী, Rhus Succhedanea. বাত, জ্বৰ, হিক্কা, অতিসাৰ, শ্বাস, কাহ আৰু ৰক্তপিত্ত নাশক, বলকৰ।

**কৰমৰ্দ্দ**—কৰজাটেঙা, "অম্ল কৰঞ্জ" চাওঁক।

**কৰমৰ্দ্দ**—পনীয়াল, ইয়াক হাতেৰে টিপি পকাব লাগে সেই গতিকে এই ফলৰ নাম কৰমৰ্দ্দ। ই পুষ্টিকাৰক আৰু সাৰক।

**কৰ্কটী**—বাঙী বা ছিৰাল, বঙলা কাঁকুড় বা ফুট, Cucumis utilissimus. কেঁচা ফল-- শীতল, ৰুক্ষ আৰু ৰুচিকৰ পিত্ত নাশক। পকাফল-- পিত্ত আৰু অগ্নিবৰ্দ্ধক।

**কৰ্কাৰু**—বিলাতি কোমোৰা, Benincasa cerifera. গুৰুপাক, গ্ৰাহী আৰু ৰক্তপিত্ত নাশক।

**কৰ্কাৰুক**—খৰমুজা, বঙলা তৰমুজ, Citrullus Vulgaris. শীতল আৰু মূত্ৰকাৰক।

**কৰ্পূৰ**—কৰ্পূৰ, Cinnamonum Camphora. শ্লেষ্ম আৰু ৰক্তপিত্ত নাশক, দাহ নিবাৰক, কামবেগ প্ৰশমক।

**কৰ্পূৰহৰিদ্ৰা**—আমআদা, বঙলা আমআদা, Curcuma Amada. শীতল আৰু চৰ্ম্মৰোগত উপকাৰী।

**কৰ্ম্মৰঙ্গ**—কৰ্দ্দৈটেঙা, বঙলা কামৰাঙা, Averrhoa - crambola. বাতনাশক আৰু পিত্তবৰ্দ্ধক।

**কলম্বী**—কলমশাক, কলমৌ বঙলা কল্মীশাক, Convolvulus repens. স্তন্য আৰু শুক্ৰবৃদ্ধিকৰ।

**কাকজম্বু**—খুদীয়াজাম, বঙলা বনজাম বা ক্ষুদেজাম, Ardisia Solanacea. বীৰ্য্য আৰু দেহপুষ্টি কাৰক।

**কাকমাচি**—পিতকুচিয়া, বঙলা গুড়কামাই, Solanum nigrum. ত্ৰিদোষ নাশক, শুক্ৰপ্ৰদ আৰু ৰসায়ন।

**কাকোলী**—বকোল, বঙলা কাঁকলা, Zizyphus napeca. ৰক্তদোষ, ক্ষয় আৰু জ্বৰ নাশক।

**কাঞ্চন**—কাঞ্চন বা কঞ্চন ফুলৰ গছ, বঙলা কাঞ্চন, Bauhinia Variegata. গ্ৰাহী আৰু ৰক্তপিত্ত নাশক,

**কাম্পিল্ল**—লোচনৰ গুটিৰ ৰঙা ৰং, বঙলা কমলা গুড়ি, Malatus Philippensia.

**কাৰবল্লী**—সৰু কেৰেলা, বঙলা উচ্ছে, Momordica Charantia. দীপক আৰু ৰক্তদোষ নাশক।

**কাৰবেল্ল**—ডাঙৰ কেৰেলা, বঙলা কৰলা, Momordica Muricata. দীপক, ভেদক আৰু ৰক্তদোষঘ্ন।

**কাৰ্পাসী**—চেমটিকপাহ, বঙলা ৰক্তকাৰ্পাস, Gossypium herbaceum. গুটি— বিৰেচক, শ্লেষ্ম নিশাৰক, বাজীকৰণ আৰু মূত্ৰবৰ্দ্ধক। ফুলৰ কলি— কাণৰ ৰোগত উপকাৰী।

**কালমেঘ**—কল্পনাথতিতা (যৱতিক্তা মহাতিক্তা) বঙলা কালমেঘ, বলকৰ, অগ্নিবৰ্দ্ধক আৰু জ্বৰাতিসাৰ নাশক। ল'ৰা ছোৱালীৰ জ্বৰ আৰু যকৃতৰ দোষত উপকাৰী।

**কাশ**-- কাঁহিবন, বঙলা বেঁশেবাঁস, Saccharum Spontaneum. মূত্রকৃচ্ছ্র, অশ্মৰী, দাহ আৰু ৰক্তদোষত উপকাৰী

**কাসমৰ্দ্দ**-কলা দাদিগ্‌দিগা, বঙলা কালকাসুন্দ, Cassia Sophora. পাত আৰু ফল খৰআদি চৰ্ম্মৰোগত উপকাৰী আৰু কাঁহ নাশক।

**কিংশুক**---পলাশগছ, Butea frondosa. ইয়াৰ ছাল উৎকৃষ্ট সঙ্কোচক, গুটি - বিৰেচক ক্ৰিমি আৰু খৰ নাশক।

**কিৰাত**-- (ভূনিম্ব, চিৰটাকা, ৰামসেনক) Swertia, Chirata. কফ, পিত্ত, জ্বৰ, ক্ৰিমি, কুষ্ঠ, ব্ৰণনাশক আৰু বলকাৰক।

**কুটচ** বা **কুটজ**--দুধকুড়ি, বঙলা কুড়চি, Holarrhena antidysenterica. অতিসাৰ, গ্ৰহণী, অৰ্শ আৰু কুষ্ঠ নাশক।

**কুকুন্দৰ**---এবিধ শাক জাতীয় সৰু গছ, বঙলা কুকুৰ শোঁকা, জ্বৰ, ৰক্তদোষ, কফ, ৰক্তপিত্ত আৰু দাহ নিবাৰক।

**কুন্দ**---কুন্দফুল, Jesminum multiflorum. শ্লেষ্মা, মূৰৰ বিষ, বিষদোষ আৰু পিত্তৰ উপকাৰী।

**কুপীলু**--- কʼচলেবিষ, বঙলা কুঁচিলা, Diospyaros mantana nuxvomica. বায়ুজনক, মাদক, লঘু, গ্ৰাহী, বেদনা হাৰক, কফ আৰু ৰক্তপিত্ত প্ৰশমক, মূত্ৰকাৰক, অগ্নিবৰ্দ্ধক, কামো, দ্দীপক আৰু সাৰক।

**কুমুদ**---বগা ভেঁটেফুল, বঙলা শ্বেতোৎপল, Nymphaca Lotus. মধুৰ আৰু আহ্লাদ জনক, ৰক্তদোষ নাশক।

**কুমাৰী**--হালকুৱঁৰী' "ঘৃতকুমাৰীত" চাওঁক।

**কুৰঙ্গ**—ইসংকলা তামবৰণীয়া পহু, ইয়াৰ মঙ্গহ বলপুষ্টি কাৰক, পিত্তনাশক, গুৰু, মধুৰ আৰু সামান্য বায়ু প্ৰকোপক।

**কুৰুবক**—ৰঙা বাগীফুল, বঙলা লালঝাঁটী, Barleria cristata. শোথ, জ্বৰ আৰু শূলনাশক।

**কুলত্থ**—কুলঠিকলাই বা কুলঠিমাহ, বঙলা কুৰ্ত্তিকালাই, Dolichos biflorus Syn. Dolichos Uniflorus. কষায আৰু পিত্তকৰ, শুক্ৰাশ্মৰী, পীনস, কফ আৰু বাতনাশক। শ্বাস, কাঁহ, হিক্কা জ্বৰত উপকাৰী।

**কুশ**—কুহ বা কুশ, বঙলা কুশ, Poa Cynosuroides. ত্ৰিদোষ নাশক, মূত্ৰকৃচ্ছ্ৰ, অশ্মৰী, তৃষ্ণা আৰু ৰক্তপ্ৰদৰত উপকাৰী।

**কুষ্ঠ**—কুড়, বঙলা কুড়, Saussurea auriculata. শুত্ৰল আৰু বাতাস্ৰবিসৰ্প আদি নাশ কৰে।

**কুষ্মাণ্ড**-- কোমোৰা, বঙলা কুমড়া, Benineaca Cerifera. ত্ৰিদোশঘ্ন, ৰক্তপিত্তনাশক, বস্তিশোধক আৰু পুষ্টিকাৰক।

**কেতকী**—কেতেকী ফুল, বঙলা কেতকী, Pandanus Odoratisimus. ইযাৰ গছ--- কফ নাশক, ফুল-- চক্ষুৰোগত উপকাৰী আৰু কামোদ্দীপক।

**কোকিলাক্ষ**--কুলিকাঁইট, বঙলা কুলেখাড়া, Hygrophila spinosa. ইয়াৰ গুটি---বল আৰু পুষ্টিকাৰক, শুক্ৰজনক আৰু পিত্তাতিসাৰ নাশক।

**কোদ্ৰব**--কোদোধান, Paspalum Serobiculatum গ্ৰাহী আৰু ৰক্তপিত্ত নাশক।

**কোবিদাৰ** বগা কাঞ্চন Bauhinia Variegata সংগ্ৰাহী আৰু মূত্ৰকৃচ্ছ্ৰ নাশক।

**কোশাতকী**—ঝিকা, বঙলা ঝিঙ্গা, শীতলগুণসম্পন্ন, আধ্মান আৰু ত্ৰিদোষ নাশক বহুমূত্ৰ নিবাৰক।

**কৃষ্ণজীৰক**—কলাজীৰা, বঙলা কালাজীৰা, Nigella Sativa. Syn. Nigella Indica. কটু, তিক্ত, উষ্ণ, অগ্নিদীপক আৰু গৰ্ভাশয় বিশোধক।

## [খ]

**খগোড়, খগগোড়**—খাগৰি, বঙলা খাগড়া, Saccharum Sponteneum. মূত্ৰকৃচ্ছ্ৰ আৰু অশ্মৰীৰোগ নাশক।

**খদিৰবৃক্ষ**—খৈৰাগছ, বঙলা খদিৰ, Acacia Catechu সঙ্কোচক, দন্ত-ৰোগ নাশক, কাঁহ আৰু অতিসাৰত উপকাৰী।

**খদিৰ**--ই কণ্ডু, কাঁহ, অৰুচি, মেদোদোষ, ক্ৰিমি, প্ৰমেহ, জ্বৰ, ব্ৰণ, শ্বিত্ৰ, শোথ, আমদোষ, পিত্ত, ৰক্ত-দোষ, কুষ্ঠ, অগ্নিমান্দ্য আৰু প্ৰদৰ নাশক। (অসমীয়াত খয়াৰ)

**খটী**—খৰিমাটি, বঙলা খড়ী, Chalk. ইয়াৰ প্ৰলেপ দিলে দাহ, বিষ আৰু শোথ নিবাৰিত হয়। ই মধুৰ আৰু শীতল গুণ বিশিষ্ট।

**খৰমঞ্জৰী**--বনগট বা বনসঠ, "অপমাৰ্গ" চাওঁক।

**খবল্লী**--হৰিণাড়ী, "আকাশবল্লী" চাওঁক।

**খট্টাশী**--জহামালৰ অণ্ডকোষ, বঙলা গন্ধগোকুলেৰ অণ্ড

The civet or Zibet cat. Vivera Zibetha. বীৰ্য্যবৰ্দ্ধক আৰু সুগন্ধি, বায়ু, কফ, কণ্ডু আৰু কুষ্ঠ নাশক, নেত্ৰ হিতকৰ কস্তুৰীৰ পৰিবৰ্ত্তে ইয়াক ব্যৱহাৰ কৰে।

খৰ্জ্জুৰী--খেজুৰী, বঙলা খেজুৰ Phoenix Sylrestris ইয়াৰ ফল -ক্ষত, ক্ষয়, পুষ্টিকৰ আৰু শুক্ৰবৰ্দ্ধক। বৃহিপাত--ক্রিমি নাশক।

খৰ্ব্বুজ--খৰমুজা, বঙলা খৰমুজ, Cucumis melo. বলকৰ, কোষ্ঠশোধক আৰু মূত্ৰকৰ।

খাখস--আফুগছ, বঙলা পোস্তীবৃক্ষ, ফলৰ ছাল--ধাৰক বায়ুজনক, কফনাশক, ধাতুশামক আৰু মাদক। গুটি--বল আৰু শুক্ৰবৰ্দ্ধক, কফনাশক, বায়ুজনক। গছৰ আঠা---আফিং বা "অহিফেন"

# [গ]

গজপিপ্পলী--গজপিপেলী, বঙলা গজপিপুল, Scindapsus officinalis. দীপন, পাচন আৰু স্তন্যবিবৰ্দ্ধক ফল বিস্তম্ভী আৰু ভুজ্জৰ।

গঞ্জা-- জঙ্গলীভাং, বঙলা গাঁজা, Cannabis Sativa. মাদক আৰু সঙ্কোচক, পিত্ত, মোহ, মত্ততা, বাক্য আৰু অগ্নিবৰ্দ্ধক। কামোদ্দীপক, নিদ্ৰাজনক, হৰ্ষদায়ক। কফ, ধনুষ্টঙ্কাৰ, জলাতঙ্ক বিসূচিকা আদি ৰোগ নাশক।

গন্ধপত্ৰ--বেল আৰু সোণতৰা টেঙাৰ পাতক গন্ধপত্ৰ

ৰোগে ।

**গাম্ভাৰী**--গম্ভাৰিকা, গামেৰীগছ, বঙলা গাম্ভাৰগাছ, Omclina Arborea. দীপন, পাচন, ভেদন, বৃষ্য, বৃংহন ৰসায়ন পিত্তজ্বৰ আৰু দাহ নিবাৰক।

**গিৰিমল্লিকা**--দুধকুৰিগছ, "কুটজ" চাওঁক।

**গুগ্‌গুলু**--গুগগুল বঙলাতো একে নাম Balsamodendron mukul. ক্ৰিমি, বাতোদৰ, প্লীহা আৰু অৰ্শ নাশক। বৃষ্য আৰু ৰসায়ন।

**গুঞ্জা**—কাঁচমণি, (ৰতি) বঙলা কুঁচ, ই দুবিধ, বগা আৰু ৰঙা। Abrus Precatorius. শূল, বিষ আৰু শিৰপীড়া নাশক।

**গুড়ূচী**--সিদ্ধেলতা, আমৈলতা, বঙলা গুলঞ্চলতা, Tinospora Cordifolia. জ্বৰ, মেহ, পিত্ত, ক্ৰিমি নাশক, বলকাৰক। বমি, শ্বাস, দাহ আদি নিবাৰক ৰসায়ন।

**গুড়**—শুক্ৰবৰ্দ্ধক, বায়ুনাশক, মেদ, কফ, ক্ৰিমি আৰু বলবৰ্দ্ধক, মূত্ৰশোধক ।

**গৃহকন্যা**--ছালকুৰঁৰী, "ঘৃতকুমাৰী" চাওঁক।

**গোপবধূ**--শ্যামালতাৰ নাম বিশেষ ।

**গোপীচন্দন**—একবিধ চন্দন, এই চন্দনৰ অনুলেপনত দাহ, ক্ষত আৰু ৰক্তবিকৃতি নিবাৰিত হয়। ই পিত্ত, কফ আৰু প্ৰদৰ ৰোগত উপকাৰী ।

**গোধাপাদী**--গোধালতা, বঙলা গোয়ালেলতা, Vitis pedada. ৰক্ত, বিষ আৰু ব্ৰণ নাশক ৰসায়ন ।

**গোধুম**-- গম, গমৰগুড়া বঙলা আটা, Triticum Sativum. বৃংহন আৰু বল পুষ্টি কাৰক।

**গোৰোচনা**---অসমীয়া বঙলাও একেনাম, Gallstone bijoor. শীতবীর্য্য আৰু পাচক, কামোদ্দীপক, মঙ্গলজনক আৰু জনবিমোহক। ক্রিমি, কুষ্ঠ, ভুত, গ্ৰহ, অলক্ষ্মী, গ্ৰহোন্মাদ, গৰ্ভস্রাব ক্ষত আৰু ৰজোদোষ নাশক।

**গোৰক্ষতণ্ডুলা**-- কুকুৰহুতাৰ গছ, বঙলা গোৰক্ষচাকুলে কণ্ডু, কুষ্ঠ, বাত, ব্রণ আৰু পিত্তনাশক।

**গোক্ষুৰ**---গোক্ষুৰকণ্টক, বঙলা গক্ষুৰবীজ, Tribulus terrestris. বল আৰু পুষ্টিকাৰক। মেহ, মূত্ৰকৃচ্ছ্র, অশ্মৰী প্ৰভৃতি ৰোগত উপকাৰী। ই ডাঙৰ আৰু সৰু দুবিধ।

## [ঘ]

**ঘণ্টাকন্দ**---চামাহ, বঙলা ঘেঁটকোল, ইয়াৰ কুঁহিপাত আৰু আলুৰ তৰকাৰী ৰুচিকৰ আৰু অগ্নিদীপক। ইয়াৰ প্ৰলেপ দিলে বিহফোহোঁৰা বহি যায়।

**ঘণ্টা**---বনশন, Crotalaria Juncea. বমনকাৰক, কফ আৰু পিত্তনাশক।

**ঘণ্টাকৰ্ণ**---ঘণ্টাকৰ, বঙলা ঘেঁটু, Clerodendron infortunatum. ক্রিমি, কফ আৰু জ্বৰ নাশক।

**ঘণ্টাপাটলি**--- ঘণ্টাপাৰলি, Stereospermum Cheloniods. ৰুচিকৰ, পাচক, প্লীহাগুল্ম, উদৰ আৰু অৰ্শোৰোগ

নাশক।

**ঘনসাৰ** —"কৰ্পূৰ" চাওঁক।

**ঘুণপ্ৰিয়া**—সুন্দৰপখাল "দন্তী" চাওঁক।

**ঘুণবল্লভা**—জাপৰীবিহ, "অতিবিষ" চাওঁক।

**ঘৃতকুমাৰী**—ছালকুৱঁৰী, বঙলা ঘৃতকুমাৰী, Aloe Indica. চকুৰ হিতকৰ, বলকৰ, পুষ্টিজনক, শুক্ৰবৰ্দ্ধক ৰসায়ন।

**ঘৃত**—ঘিউ, বঙলা ঘি, [ঘৃত, আজ্য, হবিঃ আৰু সৰ্পিঃ আদি বিভিন্ন নাম] মধুৰৰস, চকুৰ হিতকৰ, অগ্নিদীপক, শীতবীৰ্য্য, ওজোধাতুবৰ্দ্ধক, কান্তি, মেধা, স্মৃতি, বুদ্ধি, স্বৰ, তেজ আৰু বলবৰ্দ্ধক। গুৰু স্নিগ্ধ, বিষ, অলক্ষ্মী, পাপ, পিত্ত, বায়ু, উদাৱৰ্ত্ত, উন্মাদ, শূল, আনাহ, ব্ৰণ, ক্ষয়, বিসৰ্প আৰু ৰক্তদোষ নাশক। সকলো ঘিউৰ ভিতৰতে গৰুৰ ঘিউ সৰ্ব্বশ্ৰেষ্ঠ, ই ওপৰত উল্লেখ কৰা সমুদায় গুণৰ উপৰিও চকুৰ কাৰণে বিশেষ হিতকৰ আৰু শুক্ৰজনক। **"ম'হৰ ঘিউ"** মধুৰৰস, ৰক্তপিত্ত নাশক, বায়ুজনক, শীতবীৰ্য্য, কফ আৰু শুক্ৰবৰ্দ্ধক আৰু গুৰুপাক। **"ছাগলীৰ ঘিউ"** অগ্নিবৰ্দ্ধক, চকুৰ হিতকৰ, বলবৰ্দ্ধক, ই কাঁহ, শ্বাস আৰু ক্ষয় ৰোগত উপকাৰী।

# [চ]

**চক্ৰমৰ্দ্দ**—সৰু দাদিগদিগা, বঙলা চাকুন্দা, Cassia tora. ব্ৰণ, দদ্ৰু, কুষ্ঠ প্ৰভৃতি চৰ্ম্মৰোগত উপকাৰী। বাত আৰু কফ নাশক।

**চক্ৰদন্তী**—কনিবিহ, "জয়পাল" চাওঁক।

**চক্রনখ**-- "নখীত" চাওঁক ।

**চক্রবৰ্ত্তী**—ভটুৱা বা ভটুৱাশাক, বঙলা বেতোশাক । লঘুপাক, ৰুচিকৰ, অগ্নিবৰ্দ্ধক, বলকৰ, শুক্ৰবৰ্দ্ধক আৰু ত্ৰিদোষ নাশক ।

**চক্রবাক**—চাকৈ চকোৱা, বং ৰামচকা, Anascasarca Syn. Rudy goose. ইযাৰ মঙ্গহ অগ্নিবৰ্দ্ধক, বলকাৰক, বায়ুনাশক আৰু শূলনিবাৰক ।

**চটক**—চকা বা ঘনচিৰিকা, বঙলা চড়াইপাখী, ই দুবিধ বনৰীযা আৰু ঘৰচীযা, দুয়োবিধৰ মঙহেই লঘু, বল আৰু অতিশয শুক্ৰবৰ্দ্ধক ।

**চনক**—বুটমাহ, বঙলা ছোলা, Cicer arietinum. ই বল, পুষ্টিকৰ আৰু ৰক্তপিত্ত নাশক ।

**চন্দন**--চন্দন শ্ৰীখণ্ড, চন্দন, ভদ্ৰশ্ৰী, তৈলপৰ্ণিক, গন্ধসাৰ মলযজ আৰু চন্দ্ৰদ্যুতি এইবিলাক চন্দনৰ অন্য নাম; ই শীতল, লঘু, প্ৰীতি আৰু বলকৰ, শ্লেষ্মা, পিত্ত, ৰক্ত, দাহ, তৃষ্ণা আৰু বিষদোষ নাশক ।

**চন্দ্রক মৎস্য**—চাঁদামাছ, এই মাছ বলকৰ আৰু সামান্য শ্লেষ্মাবৰ্দ্ধক ।

**চন্দ্রশূৰ**—হালিম, বঙলা চাঁদশূৰ বা হালিম, Lepidium Sativum. বলকৰ, পুষ্টিজনক, বাতশ্লেষ্মা, হিক্কা, ৰক্তদোষ আৰু বেদনা নাশক ।

**চম্পক**—চম্পাফুল, বঙলা চাঁপাফুল, Michelia

Champaca. কণ্ডু, কুষ্ঠ, ব্ৰণ, বিষ আৰু ক্ৰিমি নাশক।

**চম্পককদলী**—চেনিচম্পাকল, বঙলা চাঁপাকলা, মধুৰ-বিপাক, অতিশীতল, গুৰুপাক, বীৰ্য্যবৰ্দ্ধক, কফজনক আৰু বাত পিত্ত নাশক।

**চবিকা, চব্যক**—গৰব চৈ, বঃ চই, Piper chaba Syn Chavica Officinarum. দীপক, ৰুচিকৰ, খাস, কাঁহ আৰু শূলনাশক।

**চাঙ্গেৰী**—চেঙেৰীটেঙা, বঙলা আমৰুল শাক, (অম্বষ্ঠা চাওঁৰ)।

**চিচণ্ড**— ধুন্দুলী, বঙলা চিচিঙ্গা, Trichosenthes anquina. বলকৰ, বাতপিত্ত নাশক আৰু শোথত উপকাৰী।

**চিত্ৰক**—আগিয়াচিত, বঙলা চিতাগাছ, Plumbago Zeylanica. ই দুবিধ ৰঙা আৰু বগা। ৰঙা বিধেহ ঔষধত ব্যৱহৃত হয়। প্ৰদীপণ বাতশ্লেষ্মা নাশক, কাঁহ, গ্ৰহণী, কফ, কুষ্ঠ, ক্ৰিমি আৰু ক্ষয় আদিত উপকাৰী। ইয়াৰ শিপা হাতত লৈ থাকিলে জ্বলা বাঢ়ে।

**চিত্ৰফল**—চিতলমাছ, বঙলা চিত্ৰলমৎস্য, ই মধুৰৰস, গুৰুপাক, বল আৰু শুক্ৰবৰ্দ্ধক।

**চিৰ্ভটী**—পথৰা বাঙি, বঙলা গোমুক ফুটী। ই মধুৰৰস, অগ্নিবৰ্দ্ধক। গুটি-- মূত্ৰকাৰক।

**চোৰপুষ্পী**—চৰলি, বঙলা চোৰহুলী, Sowa. পাচক ৰুচিকৰ, অগ্নিদীপক আৰু পিত্তবৰ্দ্ধক।

**চীনক**—কনিধান, বঙলা কাংনিধান। বায়ুজনক, পিত্ত আৰু শ্লেষ্মা নাশক।

**চুক্র**—এবিধ কাঁজি। ময়নাগিৰি ধান ফটাকৈ সিজাই তাতে কুঁহিমূলা কুটি এমাহ দিন ধানত পুতি থলে কাঁজি প্রস্তুত হয়। ই অগ্নিবর্দ্ধক, পাচক, মলভেদক, মূত্রবিবন্ধ, গুল্ম, আমবাত আৰু তৃষ্ণা ৰোগত উপকাৰী। কিছুমানে আৰৈ চাউলৰো তৈযাৰ কৰে।

**চুক্রশাক**—চুকাশাক, অম্লশাক চাওঁক।

**চুচ্চু**—ঠোঠনি শাক, বঙলা সুষুনি শাক, লঘুপাক, শীতল, মলৰোধক, নিদ্রাকাৰক, ত্রিদোষনাশক। ক্রিমি আৰু ব্রণ ৰোগত উপকাৰী।

**চুক্রা**—চেঙেৰী টেঙা, "অম্ললোনী" চাওঁক।

**চূর্ণ**—চুণ। শঙ্খ, শামুক, শিল আদি পুৰি ইয়াক তৈযাৰ কৰা হয়। যি বস্তুৰ পৰা কৰা হয়, তাৰ গুণো পৃথক পৃথক হয়। সধাৰণ সকলো চুণেই খাৰগুণ বিশিষ্ট, বাত শ্লেষ্মানাশক, শূল, অম্লপিত্ত, ক্রিমি, ব্রণ আৰু মেদোৰোগৰ উপকাৰী। চুণত বেচিকৈ পানী দি থৈ দিলে ওপৰত যিটো ফটফটীয়া পানী উঠে সেই পানী অম্লপিত্ত, শূল আৰু মধুমেহৰ উপকাৰী।

## [ছ]

**ছত্রিকা**—বেঙছাতা, বঙলা কোঁড়কছাতা, Agaricus compestris. বিৰেচক, মূত্ৰকাৰক, ৰজোনিসাৰক আৰু অশ্মৰী নাশক।

**ছিক্কিকা** হাচুটী হাচতীয়া, বঙলা হেঁচেতাগাছ, Sentipeda opbicularis. কুষ্ঠ, ক্রিমি, বাত আৰু কফনাশক।

**ছাগলান্ত্রিকা**—সোণপকৰা লতা। "বৃদ্ধদাৰক" চাওঁক।

**ছাগ**—ছাগলী। ইয়াৰ মঙহ লঘুপাক, ৰুচিকাৰক, বলবৰ্দ্ধক পুষ্টিজনক, ধাতুসাম্যকাৰক, বাতপিত্ত নাশক আৰু নিৰ্দোষ। কুমলীয়া পাঠা ছাগলীৰ মঙহ অধিক লঘু।

## [জ]

**জটামাংসী**—জটামাংসী, বঙলা জটামাংসী, Valeriana Jatamansi. শীতলকাৰক, কান্তিজনক, পিত্ত, দাহ আৰু জ্বৰ নাশক। ৰক্তদোষ, বিসৰ্প, কুষ্ঠ আৰু ভূতাবেশৰ শান্তিকাৰক।

**জবাপুষ্প**—জবাফুল, ৰঙা আৰু বগা দুবিধ। Hibiscus Rosasinensis. কফ আৰু বায়ু নাশক, ই মূৰৰ চুলি যোৱা ৰোগত উপকাৰী। পিত্তপ্ৰশমক।

**জম্বীৰ**—জামিটেঙা, বঙলা গোড়ানেবু, Citrus medica. পাচন, দীপন, কফ, বাত, ক্রিমি আৰু পাৰ্শ্বশূলনাশক।

**জম্বু**—ৰবজাম, বঙলা জাম, Ugnenia Jambolana. গ্ৰাহী, পাচক আৰু কফ বাতনাশক।

**জয়ন্তী**—জয়ন্তী বা জন্তীফুলৰগছ, বঙলা জন্তি, Sesbania aculeata- বাতনাশক, ইয়াৰ পাতৰ গৰম সেক দিলে শোথ, কোষবৃদ্ধি আৰু গলগণ্ডৰোগত উপকাৰ হয়।

**জল**—পানী বঙলা জল। জীৱমাত্ৰকৰে জীৱন ধাৰণৰ এটি

অপৰিহাৰ্য্য সামগ্ৰী। বিশুদ্ধ নিৰ্ম্মল পানীয়ে মানুহৰ স্বাস্থ্য শ্ৰী সম্পাদৰ একমাত্ৰ বস্তু। সাধাৰণতঃ পানীৰ গুণ—ৰুচিকৰ, অগ্নিবৰ্দ্ধক, পাচক লঘুপাক, বল-পুষ্টি, বীৰ্য্য-তুষ্টি আৰু পুষ্টিবৰ্দ্ধক। পিয়াহ, এলাহ, শ্ৰান্তি, নিদ্ৰা, মোহ, ভ্ৰান্তি আৰু মুখ শোষ নিবাৰক।

**জলকন্ধ**—শলুৰৈ "শৈবাল" চাওঁক।

**জলকাক**—পানীকাউৰী, বঙলা পানকৌড়ী। ইয়াৰ মঙহ গুৰুপাক শীতল আৰু বাতনাশক।

**জবনাল**—মাকৈজহা, বঙলা জনাৰ। ই অতিশয় গুৰুপাক বায়ুবৰ্দ্ধক, কফ, পিত্ত নাশক।

**জয়পাল**—কনিবিহ, বঙলা জয়পাল. Croton tiglium. অতি বিৰেচক আৰু ক্ৰিমিনাশক।

**জাতী**—মালতী, বঙলা জাতী বা চামেলী, Jasminum Grandiflorun কফ আৰু চৰ্ম্মৰোগ নাশক।

**জাতিফল**—জাইফল, বঙলা জায়ফল, Myristica officinalis. লঘু, তীক্ষ্ণ, ৰুচিকৰ, অগ্নিবৰ্দ্ধক, গ্ৰাহী, বাতাতিসাৰ আৰু মেহ নাশক।

**জাতিপত্ৰী**-জাঁইপত্ৰী, জয়ত্ৰী, বঃ জায়পত্ৰী। লঘু, ৰুচিকৰ, বৰ্ণৰ উজ্জ্বলতা কাৰক, কাঁহ, বমি, শ্বাস আৰু বিষদোষ নাশক।

**জীৰক**—ভোগজীৰা, বঙলা জীৰা, Cuminum. অগ্নিবৰ্দ্ধক, লঘুপাক, পাচক, ৰুচিকৰ, চকুৰ হিতকৰ, শুক্ৰবৰ্দ্ধক, বলকৰ গৰ্ভাশয়ৰ বিশোধক। জ্বৰ, অতিসাৰ আৰু গ্ৰহণী নাশক।

**জীৱক**-- অষ্টবৰ্গৰ অন্তৰ্গত এবিধ বনৌষধি। "অষ্টবৰ্গ"

চাণ্ডক।

**জীবন্তী**—জীবন্তী বা জীযাতি লতা, বঙলা জীবন্তী, Celtis Orientalis. ই এবিধ প্রসিদ্ধ লতাগছ। এবিধ দীঘল এবিধ চুটী আৰু এবিধ সোণবৰণীয়া। সোণবৰণীযা জাতক স্বৰ্ণজীৱন্তী" বোলে। সাধাৰণ জীৱন্তীৰ গুণ, ত্রিদোষ নাশক, বলকাৰক, বীৰ্যবৰ্দ্ধক আৰু ৰসাযন। ৰক্তপিত্ত, শ্বাস আৰু জ্বৰনাশক। স্বৰ্ণজীৱন্তী -মধুৰৰস, বলকাৰক, চকুৰহিতকৰ, বাযু, পিত্ত, ৰক্ত, দাহ, শ্বাস, কাঁহ আৰু ধাতুক্ষযত উপকাৰী।

**জ্যোতিষ্মতী**—কপালভাঙা লতা, বঙলা লতাফটকী, Cardıospermum halıcacabum. ৰুক্ষ আৰু বিৰেচক, দীপন, বাত, কফনাশক, মেধা আৰু স্মৃতিবৰ্দ্ধক।

## [ঝ]

**ঝাবুক**—জাওবন, বঙলা ঝাউ, Tamarix gallica. সঙ্কোচক।

**ঝিঙ্গাক, ঝিঙ্গিণী**—জিকা, বঙলা ঝিঙে, Luffa acutangulla. লঘু, ত্রিদোষনাশক, ৰুচিকৰ।

**ঝিণ্টি**—বাগীফুল, বঙলা ঝাঁটা, Barlaria cristata. ই বগা, নীলা আৰু হালধীযা ভেদে তিনি বিধ। সাধাৰণত ইযাৰ গুণ বাযু, কফ, শ্বাস, শোথ, দন্তৰোগ, শূলৰোগ, কুষ্ঠ, বাত-ৰক্ত আদি ৰোগৰ শান্তিকাৰক। ই চুলি আৰু ছালৰ কাৰণেও উপকাৰী।

## [ট]

**টঙ্কাৰী**—টেপৰ, বঙলা টেপৰী। ই অগ্নিবৰ্দ্ধক, বাতশ্লেষ্ম নাশক।

**টঙ্গন**—শুৱাগা, বঙলা সোহাগা, Borax. অগ্নিবৰ্দ্ধক, কফনাশক, বাতপিত্তনাশক। কাঁহ, শ্বাস, ৰজোৰোধ আৰু স্থাৱৰ বিষৰ উপশম কাৰক।

## [ড]

**ডহু**—ডেৱাগছ, বঙলা ডেলোমান্দাৰ, Artocarpus lococcha. ইয়াৰ ফল—অম্লৰস, গুৰুপাক, বিস্তম্ভী, ত্রিদোষ আৰু শুক্রদোষ কাৰক। ইয়াৰ ছাল—কফনাশক আৰু দাহজনক। আঠা—বিৰেচক।

**ডিণ্ডীশ**-ভেণ্ডি, বঙলা ঢেঁৰশ, Hibiscus esculentus. পুষ্টিকৰ, মূত্রকাৰক, পাথৰী ৰোগত উপকাৰী।

**ডিম্ব**—ডিমা বা কণি, বঙলা ডিম। মাছ, কাছ, হাঁহ, কুকুৰা প্ৰভৃতি অসংখ্য কণি মানুহে খাদ্য হিছাবে গ্ৰহণ কৰে। প্ৰত্যেক জাতীয় কণিৰে গুণ বেলেগ বেলেগ থকাৰ উপৰিও সাধাৰণতে ডিমাৰ গুণ—উষ্ণবীৰ্য্য, ৰুচিকৰ, অতিশয় শুক্রবৰ্দ্ধক আৰু বাত শ্লেষ্মানাশক।

## [ত]

**তগৰ**—তগৰ পাদুকা, বঙলা তগৰ পাদুকা, (পানীত হোৱা সৰু সৰু মকুৱাৰ দৰে গছ) ই শীতলতা কাৰক, ত্রিদোষ

নাশক। অপস্মাৰ, ত্ৰিদোষ, মূৰ আৰু চকুৰ ৰোগত উপকাৰী।

**তণ্ডুল**—চাউল। নানাৰকম ধানৰ নানাপ্ৰকাৰ চাউল হয়। ধানৰ গুণ অনুসাৰে চাউলৰো গুণ হয়। মুঠতে নতুন আৰু পুৰণি চাউলৰ গুণ লিখা হ'ল। সকলো চাউলেই মেহ আৰু ক্ৰিমি ৰোগত উপকাৰী। নতুন চাউল—অতিশয় গুৰুপাক আৰু কফ বৰ্দ্ধক। পুৰণি চাউল—লঘুপাক আৰু সকলো অৱস্থাতে উপকাৰী।

**তণ্ডুলীয়ক**—কাঁটাখুদনা বা কাঁটাখুতৰা, বঙলা কাঁটা নটে Amaranthus Spinosus. শীতল, অগ্নিবৰ্দ্ধক, ৰুচিকৰ আৰু মূত্ৰকাৰক। ৰক্তপ্ৰদৰ আৰু ৰক্তাতিসাৰত উপকাৰী।

**তমাল**—তমালগছ, বঙলাতো একেনাম। Xantho chymus Pictorius. বল, পুষ্টি আৰু শ্ৰম শান্তিকাৰক।

**তৰণী**—শেউতী, বঙলা শ্বেত বা শেউতী গোলাপ। Rosa moschata. পিত্ত, দাহ, জ্বৰ, তৃষ্ণা আৰু বমনবেগ নিবাৰক। ইয়াৰ ফুলৰ ৰেণু-- চকুৰ বেমাৰত উপকাৰী।

**তৰমুজ**—খৰমুজা, বঙলা তৰমুজ। Citrullus Vulgaris. তৃষ্ণা আৰু দাহ নাশক।

**তাড়ি**—তালৰ ৰস, বঙলা তাডি। মাদক, শীতল আৰু মূত্ৰবৰ্দ্ধক। পুৰণি তাড়ি—বায়ুনাশক, পিত্তবৰ্দ্ধক।

**তাম্বুল**—পান, বঙলা পান। Piper Betel. Syn. Chavica Betel. ৰুক্ষ, ৰুচিকৰ, মলভেদক, পিত্তবৰ্দ্ধক, বলকৰ। ৰসনেন্দ্ৰিয় আৰু মুখশুদ্ধি কাৰক। কফ আৰু বায়ু নাশক।

**তাম্ৰ**—তাম, বঙলা তামা। Cuprum. ইয়াক শোধন

আৰু মাৰণ কৰাৰ পাছত ঔষধত ব্যৱহাৰ কৰা হয়। বিৰেচক, শ্লেষ্মা আৰু পিত্তনাশক। পাণ্ডু, উদৰ, অৰ্শ, জ্বৰ, কুষ্ঠ, কাঁহ শ্বাস, ক্ষয়, পীনস, অম্লপিত্ত, শোথ, ক্রিমি আৰু শূল নাশক।

**তাম্ৰকুট**-- ধপাত তামাখু, বঙলা তামাক। Nicotiana tobacum. মাদক, অবসাদক, আক্ষেপ নিবাৰক আৰু বমনকাৰক।

**তাল**--তাল, বঙলাও একেনাম। Borassus fiabelli formis. ইয়াৰ তাড়ি—মূত্ৰৰোগ নাশক। ফল--গুৰুপাক, পিত্ত, ৰক্ত আৰু শ্লেষ্মাবৰ্দ্ধক।

**তালমূলী**--গৰপীয়া তামোল বা বনতামোল, বঙলা তালমূলী। Circuligo orchioides. বল, পুষ্টিকাৰক, শুক্রবৰ্দ্ধক ৰসায়ন।

**তালীশ**--তালীশপত্ৰ, বঙলাও একেনাম। Pinus webbiana. হিক্কা (হেৰ্‌তি) কাঁহ, ক্ষয়কাঁহ আৰু বমিত হিতকৰ।

**তিনিশ**--এবিধ গছ, বঙলা তাকবাগাছ। Dalbergia Oojeinensis. গ্রাহী, কফ আৰু ৰক্তাতিসাৰ নাশক। বাতৰোগত উপকাৰী।

**তিন্তিড়ী**--তেতেঁলী। "অম্লিকা ফল" চাওঁক।

**তিন্দুক**--কেন্দু, বঙলা গাব। Diospyras glutinosa or D. cordifolia. প্ৰমেহ আৰু ৰক্তস্ৰাৱত উপকাৰী।

**তিল**--তিল, বঙলাও একেনাম, Sesamum Indicum. বল, বৰ্ণ অগ্নিবৃদ্ধিকাৰক, গুৰুপাক, শুক্র আৰু পিত্তবৰ্দ্ধক। ইয়াৰ তেল-- শ্রান্তি নিবাৰক, চুলি আৰু চকুৰ হিতকৰ, বায়ুনাশক,

স্রোত-শোধক কফবৰ্দ্ধক।

**তিম্বুৰ**--তেজামুইৰ গুটি, জাববাং বঙলা তুম্বুৰুফল অথবা নেপালী ধনে। Zanthoxylon Sanctum. কটু, তীক্ষ্ণ, উষ্ণ, ৰুক্ষ, অগ্নিবৰ্দ্ধক, বিদাহী, ৰুচিকৰ, বাতশ্লেষ্মা নাশক। শূল, গুল্ম, ক্রিমি, প্লীহা আদিত উপকাৰী।

**তুলসী**--তুলসী, বঙলা তুলসী, Ocymum Sanctum. Syn. Holy basil. সংস্কৃত পৰ্য্যায---সুভগা, তীব্ৰা, পাবনী, বিষ্ণুবল্লভা, সুৰেজ্যা, সুৰসা, কয়স্থা সুৰদুন্দুভি, সুৰভি, বহুপত্ৰী, মঞ্জৰী, হৰিপ্ৰিয়া, অপেতৰাক্ষসী, শ্যামা, গৌৰী, ত্ৰিদশমঞ্জৰী, ভূতঘ্নী, ভূতপত্ৰী, পৰ্ণাস, বৃন্দা, কঠিঞ্জৰ, কুঠেৰক, বৈষ্ণৱী, পুণ্যা, পবিত্ৰা, মাধবী, অমৃতা, পত্ৰপুষ্পা, সুগন্ধা, গন্ধহাৰিণী, সুৰবল্লী, প্ৰেতৰাক্ষসী, সুবহা, গ্ৰাম্যা, সুলভা, বহুমঞ্জৰী আৰু দেবদুন্দুভি।
সকলো তুলসীয়ে --উষ্ণবীৰ্য্য, ৰুচিকৰ, অগ্নিবৰ্দ্ধক, দাহ, পিত্তকৰ। বাতশ্লেষ্মা, হাঁহ, ক্রিমি, বমি, কুষ্ঠ, ৰক্তস্ৰাব, জীৰ্ণজ্বৰ, পাৰ্শ্ববেদনা আৰু ভূতাবেশৰ শান্তিকৰ।

**তুবৰী**--অহৰকলাই, বঙলা একপ্ৰকাৰ অড়হৰ জাতীয় শস্য। Cajanus Indicus. অগ্নিবৰ্দ্ধক, মলৰোধক, চকুৰ হিতকৰ।

**তূদ**—তুতফল, বঙলা তুৎ, Morus Indica. Syn. Morus Nigra. ইযাৰ কেঁচা গুটি--মলভেদক, শুক্ৰবৰ্দ্ধক, কফ-নাশক আৰু দাহ প্ৰশমক। পকাগুটি---বায়ু আৰু পিত্তনাশক। পাতৰ প্ৰলেপ—ব্ৰণ সংশোধক।

**তেজপত্র**—মাহপাত বা গন্ধপাত, বঙলা তেজপাত, The leaf of Laurus Cassia. মুখশোধক, কফ, বায়ু, অর্শ, বমিভাব, অৰুচি, পীনস, বস্তিশূল আৰু বিষদোষ নাশক।

**তেজফল**—বঙলা তেজবল। হিমালয়ত হোৱা এবিধ গছ। ই অগ্নি বৰ্দ্ধক, বায়ু, শ্লেষ্মা আৰু অৰুচি নাশক।

**তৈল**—স্নেহ পদাৰ্থ মাত্ৰেই তৈল বা তেল বুলি জনাজাত, যি বস্তুৰ পৰা ই উৎপন্ন হয়; ইয়াৰ লগতো সেই বস্তুৰ গুণ বিদ্যমান থাকে। মুঠতে তেল মাত্ৰকতে নিম্নলিখিত গুণবোৰ থাকে—
ই অগ্নিত দগ্ধ হয়, উষ্ণবীৰ্য্য, মধুৰ বিপাক, বিস্তৃতিশীল, সূক্ষ্ম, গুৰুপাক, মলভেদক, মূত্ৰৰোধক, প্ৰীতিকাৰক, শুক্ৰবৰ্দ্ধক, বল বৰ্ণ জনক, স্থিৰতা সম্পাদক, বায়ুনাশক, গৰ্ভাশয় বিশোধক, বাতৰক্ত প্লীহা, শূল, উদাবৰ্ত্ত, যোনিৰোগ, শিৰ-কৰ্ণ আদি বিবিধ বায়ুৰোগ নাশক। বেছিভাগ তেলকে মূৰত ঘহিব লাগে। মূৰত তেল দিয়াৰ পৰা ইন্দ্ৰিয় বিলাকৰ প্ৰসন্নতা সুনিদ্ৰা মূৰৰ চুলিৰ গুৰি শকত হয়।

**ত্ৰপূষা, ত্ৰপূষী**—তিয়ঁহ, বঙলা শশা। Cucumis Sativus. ৰুচিকৰ, দাহ, বমি, ভ্ৰম, পিত্তনাশক আৰু মূত্ৰকাৰক।

**ত্ৰায়মানা**—লতাডিমৰু, বঙলা বলাডুমুৰ, Ficus heterophylla. ইয়াৰ গুটি—বমনকাৰক। ছালৰ গুণ—জ্বৰ-নাশক, বলকাৰক।

**ত্ৰিপুট**—মাটিকলাই, বঙলা খেসাৰী, Lathyrus Sativus. বলকৰ, কফ আৰু পিত্তনাশক, মলৰোধক। একেৰাহে বহুদিন ব্যৱহাৰ কৰিলে অতিশয় বাত প্ৰকুপিত হয়।

**ত্রিফলা**—শিলিখা, আমলকী আৰু ভযৰা বা ভোমোৰা গুটি, এই তিনি বিধকে ত্রিফলা কোৱা হয। ই ৰচিকৰ, অগ্নিবৰ্দ্ধক মলশোধক, পিত্ত আৰু কফনাশক দৃষ্টিশক্তি বৃদ্ধিকাৰক, মেহ, কুষ্ঠ আৰু বিষমজ্বৰ নাশক।

**ত্রিবৃৎ**—তেউৰীলতা, বঙলা তেউড়ী। Convolvulus turpe hum. বিৰেচক, ক্রিমি, পিত্ত, শ্লেষ্ম, চৰ্ম্ম আৰু উদৰ ৰোগ নাশক।

**ত্বক**—দালচিনিৰ এটা নাম। "দাৰুচিনিত" চাওঁক।

## [দ]

**দণ্ডোৎপল**—বনৰীয়া দোৰোণফুল, বঙলা দণ্ডকলস Canscora decussata. কাঁহ, শ্বাস আৰু ক্ষয় নাশক, অগ্নিদীপক।

**দধি**—দৈ গাখীৰ। কুমলীয়া দৈ গাখীৰ—মধুৰৰস, মধুৰ-বিপাক, শুক্রবৰ্দ্ধক, বায়ুনাশক, পিত্তৰ প্রসন্নতা কাৰক, মেদ আৰু কফবৰ্দ্ধক। টেঙা দৈ—অগ্নি, পিত্ত আৰু শ্লেষ্মা বৰ্দ্ধক।

**দদ্রুঘ্ন**—সৰু দাদিগদিগা, বঃ চাকুন্দে। বাত, কফ, কণ্ডু, কাঁহ, শ্বাস, ক্রিমি আৰু কুষ্ঠ নাশক।

**দন্তী**—সুন্দৰপখাল বা সুন্দৰীপখিলা গছ, বঙলা দন্তী। Baliospermum montanummull. শূল, ব্রণ, অৰ্শ আৰু অশ্মৰী ৰোগত উপকাৰী। দীপন।

**দমনক**—টংফুল, বঙলা দনা। Artemisia Scoparia or A. Indica. তিক্ত, ত্রিদোষ নাশক আৰু বিহ ফোহোৰা

নিবাৰক।

**দমনক**—কুশ বা কুহ, (কুশ চাউঁক।)

**দাড়িম্ব**- ডালিম, বঙলা ডাডিম। Punica Granatum সংগ্ৰাহী, লঘু, স্নিগ্ধ, তৃপ্তিকাৰক, শুক্ৰবৰ্দ্ধক, বলকাৰক, মেধাজনক ত্ৰিদোষ, তৃষ্ণা, জ্বৰ, অতিসাৰ, গ্ৰহণী প্ৰভৃতি ৰোগত উপকাৰী। টেঙা ডালিম—পিত্তকাৰক, অগ্নিবৰ্দ্ধক।

**দাৰুহৰিদ্ৰা**—আচুকাঠ, বঙলা দাৰুহলিদা। Berberis Asiatica পিত্ত, প্ৰমেহ, শোথ, নেত্ৰ, কৰ্ণৰোগ নাশক। কণ্ডু, ব্ৰণ আৰ বিসৰ্পত উপকাৰী।

**দশমূল**—শাস্ত্ৰত উক্ত প্ৰসিদ্ধ দহবিধ দৰব গছ-শিপাৰ যেনে:- বেল, টকুনা, গামেৰী, পাৰলী, গনিয়াৰী, গক্ষুৰ, বিষনীগাবৰ মাইগাতী, ভিতাভেকুৰী, আৰু কণ্টকাৰী। ত্ৰিদোষ নাশক, শ্বাস, কাঁহ, শিৰোৰোগ, তন্দ্ৰা, শোথ, জ্বৰ, আনাহ, পাশ্বৰ্বেদনা আৰু অৰুচি নিবাৰক।

**দীৰ্ঘপটোলিকা**- ধুন্দুলি, নিগাজী, বঃ ধুন্দুল। Luffa cylindrica. গুৰু, বিষ্টম্ভী আৰু ত্ৰিদোষকৰ।

**দুগ্ধ**—গাখীৰ, বঙলা দুধ। Milk. গৰু, ম'হ, ছাগলী প্ৰভৃতি বহু পশুৰ গাখীৰ মানুহে খায়। জীৱভেদে গাখীৰৰ গুণো বেলেগ বেলেগ হয়। সাধাৰণতে সকলো গাখীৰেই প্ৰাণ ধাৰণৰ উপযোগী। বল, আয়ু, পুষ্টি, স্মৃতি, মেধা আৰু শুক্ৰবৰ্দ্ধক। শ্ৰান্তি নিবাৰক, স্ৰোতশোধক, ত্ৰিদোষ নাশক। গাখীৰ খীৰাই আনি গৰম থাকোতে তাক ধাৰোষ্ণ বোলা হয়। এই গাখীৰ সৰ্ব্বৰোগ

নাশক আৰু অমৃতৰ দৰে উপকাৰী। কেঁচা গাখীৰ গুৰুপাক আৰু শ্বাস, কাহ আদি ৰোগ বৃদ্ধিকাৰক গতিকে তিনিভাগ গাখীৰত এভাগ পানী মিহলাই তপতাই খোৱা উচিত। নতুন জ্বৰ, পেটৰ অসুখ আৰু শ্লেষ্মা প্ৰকুপিত হৈ উৎপন্ন হোৱা প্ৰমেহ ৰোগত গাখীৰ অপকাৰী। মাছ, মাংস, লোন, গুড়, মূলা, শাক আৰু জামু আদিৰ লগত গাখীৰ খালে অপকাৰ হয়। গো-দুগ্ধ আটাইতকৈ শ্ৰেষ্ঠ।

**দুগ্ধপাষাণ**—কোমল বিধৰ খৰিমাটী, বঙলা ফুলখড়ি। জ্বৰ, পিত্ত, হৃদ্ৰোগ কাহ আৰু শূল ৰোগত উপকাৰী।

**দুগ্ধিকা**—এবিধ তিয়ঁহ, বঙলা ছোটকীৰুই। বাতবৃদ্ধিকৰ বিস্তম্ভী, শুক্ৰবৰ্দ্ধক, গৰ্ভজনক, কফ, কুষ্ঠ আৰু ক্ৰিমি ৰোগত উপকাৰী।

**দুৰালভা**—দুৰালভা (এবিধ কাঁইটীয়া সৰু গছ) বঙলা দুৰালভা। Hedysarum Alhagi. খাৰ গুণ-যুক্ত, বাতপিত্ত নাশক। জ্বৰ, গুল্ম আৰু প্ৰমেহ ৰোগত উপকাৰী।

**দূৰ্ব্বা**—দুবৰিবন, বঙলা দূৰ্বা। Panicum dactylon. কষায় মধুৰৰস, ৰক্তৰোধক, শীতপিত্ত, তৃষ্ণা, অৰুচি, বমি, দাহ, মূৰ্চ্ছা, শ্লেষ্মাৰ শান্তিকাৰক, শ্ৰান্তি নিবাৰক।

**দেৱকাষ্ঠ, দেৱদাৰু**—দেৱদাৰু গছ, বঙলা দেবদারু। বাতশ্লেষ্মা, প্ৰমেহ, জ্বৰ আৰু অৰ্শৰোগত উপকাৰী।

**দেৱতাড়**—খৰপাত, বঙলা দেয়াতাড়। ইয়াৰ পাতৰ ৰস— এন্দুৰৰ বিষ আৰু খৰ নাশক।

**দেৱদালী**—তিং-জিকা, বঙলা পীতঘোষা। Andro-

pogon Serratus. লতা--- কটু-তিক্ত-ৰস, কফ, পাণ্ডু, অৰ্শ, শ্বাস কাঁহ আৰু কামলা নাশক। ফল—বিৰেচক আৰু বমন কাৰক। কিছুমানে ইয়াক ঘোষাফল বুলিও কয়।

**দেৱনাল**—ডাঙৰ নল, বঙলা বড়নল গাছ। সৰু নলতকৈ ইয়াৰ গুণ বেছি, ই মধুৰৰস, শুক্ৰবৰ্দ্ধক।

**দ্ৰবন্তী**—এৰাপতীয়া সুন্দৰী পথীলা বা সুন্দৰ পথাল গছ, বঙলা মুষাকানী। শীতলগুণ বিশিষ্ট, জ্বৰ, শূল আৰু ক্ৰিমি নাশক।

**দ্ৰাক্ষা**—আঙুৰ, কিছমিছ বঙলা আঙুৰ অথবা কিস্‌মিস। Vitis Vinifera. মধুৰবিপাক, মলমূত্ৰকাৰক, সামান্য গুৰুপাক, পুষ্টিকৰ, শুক্ৰবৰ্দ্ধক, কফ পিত্ত নাশক, চকুৰ হিতকৰ, জ্বৰ, তৃষ্ণা, শ্বাস, বাতৰক্ত, কামলা, মূত্ৰকৃচ্ছ্ৰ, ৰক্তপিত্ত, মেহ, দাহ, শোষ, মদাত্যয় আৰু স্বৰভঙ্গৰ উপশম কাৰক।

**দ্ৰুমোৎপল**—সৰু সোনোৰু, বঙলা ছোটসোন্দাল। শোথ, কফ, ৰক্তদোষ, ব্ৰণ আৰু কুষ্ঠ নাশক।

**দ্ৰোণপুষ্পী**—দোৰোণফুল, বঙলা ঘলঘসে। Leucas linifolia. ৰুচিকৰ, বাত-শ্লেষ্মানাশক আৰু মলভেদক। ইয়াৰ ৰস বিষম জ্বৰ, অৰ্শ, কামলা, ক্ৰিমি আৰু শোথ ৰোগত উপকাৰী।

**দ্বিজকুৎসিত**—ঘাপখৰা গছ, "বহুবাৰ" চাওঁক।

**দ্বীপান্তৰবচা**—তোপচিনি, বঙলা তোপচিনি। অগ্নি-বৰ্দ্ধক, মলমূত্ৰ শোধক, শূল, অপস্মাৰ, বাতব্যাধি, উন্মাদ, গাৰ বেদনা বিশেষকৈ উপদংশ আদিৰ বিষত উপকাৰী।

# [ধ]

**ধনদ**— হিদাল গছ, "ইঙ্গুদ" চাওঁক।

**ধনপ্রিয়া**—খুদীয়াজাম, "কাকজম্বু" চাওঁক।

**ধন্যাক**—ধনিয়া, বঙলা ধনে। Coriandum Sativum. পাচক, অগ্নিবৰ্দ্ধক, লঘুপাক, ৰুচিকৰ, মলৰোধক, মূত্ৰকাৰক, ত্ৰিদোষ বিশেষকৈ পিত্তনাশক। জ্বৰ, তৃষ্ণা, দাহ, বমি, শ্বাস, কাঁহ, কৃশতা আৰু ক্ৰিমি নিবাৰক।

**ধন্বন বা ধন্বঙ্গ**— ধামনা গছ, বঙলা ধামনা গাছ। Grewia Elastica. লঘুপাক, বল আৰু পুষ্টিজনক, ভগ্ন-সংযোজক, কফ, পিত্ত, ৰক্তস্ৰাব আৰু কাঁহত উপকাৰী।

**ধবল**—অৰ্জ্জুনগছ।

**ধাতকী**—ধাইফুল, বঙলা ধাইফুল। Woodfordia floribunda. লঘুপাক, মাদক, পিত্ত, ৰক্ত; তৃষ্ণা, ক্ৰিমি, অতিসাৰ প্ৰবাহিকা (আমাশয়) ব্ৰণ, বিসৰ্প আৰু বিষদোষত উপকাৰী।

**ধাত্ৰী**—"আমলকী" চাওঁক।

**ধান্য**—ধান, বঙলা ধান। Oryza Sativa. ভৌগলিক অবস্থিতিৰ কাৰণে বহুবিধ ধান দেখা যায়। ঋতু অনুসাৰে বিভিন্ন সময়ত বিভিন্ন আহু, শালিধান উৎপন্ন হয়। সাধাৰণতে সকলো ধানেই প্ৰায় সমগুণী। শালিধানৰ চাউলৰ গুণ—লঘুপাক, স্নিগ্ধ, বলকাৰক, শুক্ৰবৰ্দ্ধক, শ্ৰান্তি আৰু পিত্তনাশক। আহুধানৰ চাউল—গুৰুপাক, কফবৰ্দ্ধক, মলৰোধক।

**ধাবাকদম্ব**- কেলিকদম, বঙলাতো এ‌েকনাম। Nauclea Coidifolia. শীতল, পিত্তনাশক, শোষ, বিষদোষ, শূল, আৰু ক্রিমি নাশক।

**ধুস্তুৰ**—ধতুৰা, বঙলা ধুতুৰা। Datura Fastuosa. বগা, বেগুণীয়া আৰু নীলা ভেদে ই তিনিবিধ। বেগুণীয়া আৰু নীলা জাতক কনক ধতুৰা বোলে। সাধাৰণ ধতুৰাতকৈ কনক ধতুৰা বেছি গুণশালী। উষ্ণবীৰ্য্য, গুৰু, অগ্নিমান্দ্য কাৰক, মূৰ্চ্ছা আৰু মত্ততা জনক, ভ্ৰমকাৰক, বৰ্ণ আৰু কান্তিবৰ্দ্ধক। জ্বৰ, ব্ৰণ, কণ্ডু, শ্লেষ্মা, পিত্ত, ক্রিমি, কুষ্ঠ, বিষ আৰু চৰ্ম্মদোষ নিবাৰক।

**ধূনবাজ**—কমীমস্তকী নামৰ এবিধ গছৰ আঠা। মূত্ৰকাৰক, মলৰোধক, বকনাশক, বলকাৰক, প্ৰমেহ আৰু ৰক্তপ্ৰদৰ ৰোগত উপকাৰী।

**ধুম্রপত্ৰা**—ধপাত, বঙলা তামাক। মাদক, অবসাদক, আক্ষেপ নিবাৰক, বমনকাৰক। ধপাতৰ গুৰিযে দাঁত আৰু মুখৰ শোথ নিবাৰণ কৰে। ধপাতৰ ধোৱা খোৱাৰ পৰা শৰীৰ খীনাই যোৱা, অজীৰ্ণ, শ্বাস, কাঁহ আদি বিবিধ বেমাৰ বেছিকৈ হয়।

**ধূম্ৰিকা**—কলা শিশুগছ। "শিংশপা" চাওঁক।

**ধূসৰপত্ৰিকা**—চোৰাত। "বৃশ্চিকালী" চাওঁক।

## [ন]

**নক্তমাল**—কৰচাগছ। "কৰঞ্জ" চাওঁক।

**নকুল**—নেউল, বঙলা নেউল। ইয়াৰ মঙহ মধুৰৰস,

উষ্ণবীৰ্য্য, গুৰুপাক, স্নিগ্ধ, বল, পুষ্টি আৰু শুক্ৰবৰ্দ্ধক, বায়ুনাশক।

**নক্তা**– বিহলঙনি, বঙলা বিষলাঙলিযা। Gloriosa Superba. অৰ্শ আৰু গলগণ্ড নিবাৰক।

**নগণা**—কপাল ভাঙা লতা, "জ্যোতিষ্মতী" চাওঁক।

**নখৰঞ্জক**—জেতুকা, বঙলা মেইদী গাছ। Myrtus comunis. পাত আৰু ছাল পচন নিবাৰক আৰু ক্ষত শোধক। ইযাৰে নখ আদি ৰঙা কৰে।

**নখী**—এবিধ প্ৰসিদ্ধ শঙ্খ জাতীয গন্ধদ্ৰব্য। বঙলা নখী। বৰ্ণকৰ, শুক্ৰবৰ্দ্ধক, বাযু, শ্লেষ্মা, ৰক্ত, জ্বৰ, কণ্ডু, কুষ্ঠ, ব্ৰণ আৰু বিষদোষত উপকাৰী। ইযাক শোধন কৰিহে দৰৱত ব্যৱহাৰ কৰিব লাগে। গোবৰৰ ৰসত সিজাই ঘিউত ভাজি ললে ই শোধিত হয। শাস্ত্ৰত অন্য প্ৰনালীও আছে।

**নন্দীবৃক্ষ**--জৰিআহঁত, বঙলা গয়া অশ্বত্থ। Ficus Bengalensis. ইয়াৰ মূলৰ ছাল - ৰক্তপৰিষ্কাৰক। ছাল-- সঙ্কোচক, শুক্ৰজনক, বহুমূত্ৰ আৰু প্ৰদৰত উপকাৰী। আঠা-- বেদনা নাশক।

**নৰমূত্ৰ**—মানুহৰ মূত। ৰুক্ষ, ক্ষাৰগুণ বিশিষ্ট, কফ, ক্ৰিমি, ত্বক্‌দোষ আৰু চকুৰ বেমাৰত উপকাৰী।

**নৰসাৰ**—নিশাদল, বঙলা নিশাদল। গৰু, ম'হ, উট আদিৰ গোবৰ পুৰি তাৰে পৰা তৈযাৰ কৰা এবিধ খাৰ। জ্বৰ, প্লীহা, যকৃৎ, মূৰৰবিষ, অৰ্ব্বুদ, ৰক্তপিত্ত, কাঁহ আৰু যোনিৰোগত উপকাৰী। চূণ আৰু নিশাদল একেলগে পিহি তাৰ গোন্ধ ললে মূৰ্চ্চাযোৱা ৰোগ আৰু মূৰৰ বিষত উপকাৰ হয়।

**নল**—নল, বঙলা নল। Arundo korka. নলৰ গজাঁলি শীতল, ৰুচিকৰ, অগ্নিবৰ্দ্ধক, বলকৰ, শুক্ৰজনক, বীৰ্য্যবৰ্দ্ধক। পিত্ত দাহ, বিসৰ্প, ৰক্তপিত্ত, হৃদ্ৰোগ, যোনিৰোগ আৰু বস্তিগত ৰোগত শান্তিকাৰক।

**নলিকা**— নালুকা নামৰ গছৰ ছাল, বঙলা নালুকা। মলশোধক, কফ আৰু পিত্ত নাশক, চকুৰ হিতকৰ। বাতোদৰ, ক্রিমি, অৰ্শ, মূত্ৰকৃচ্ছ্ৰ, অশ্মৰী আৰু জ্বৰত উপকাৰী।

**নলিত**—শুকুতা বা শোকোতা, বঙলা নালিতা। জ্বৰ আৰু পিত্তনাশক, শুক্ৰবৰ্দ্ধক।

**নবনীত**— লৰণু বা মাখন, বঙলা ননী বা মাখন। গাখীৰৰ সৰ ভাগকেই লৱণু বা মাখন বোলা হয়। ই ৰুচিকৰ, মল-ৰোধক, বৰ্ণৰ উৎকৰ্ষতা কাৰক, কান্তি, পুষ্টি, বল, শুক্ৰ বৃদ্ধিকাৰক। শ্ৰান্তি, শূল, কাঁহ, ক্ষয়, কৃশতা, শুক্ৰহীনতা, স্নায়বীয় দৌৰ্ব্বল্য নাশক পুৰণি মাখনতকৈ নতুন মাখন বেছি উপকাৰী।

**নবমল্লিকা**—নবমল্লিকাক কোনো কোনোৱে বাসন্তী ফুল বুলিও কয়। বঙলা নবমল্লিকা। Zambac floribus multiplicatis. ই সুগন্ধি শীতল আৰু সকলো ৰোগৰে শান্তিকৰ।

**নবমল্লিকা**—মাধৈমালতী, মাধবীলতা, বঙলা মল্লিকা।

**নাকুলী**—গন্ধৰাস্না, কপৌফুল, বঙলা নাকুলী। ত্ৰিদোষ আৰু বিষদোষত উপকাৰী।

**নাগকেশৰ**— নাগেশ্বৰ বা নাহৰ, বঙলা নাগেশ্বৰ। Mesua ferrea. ৰুক্ষ, লঘু, পাচক, অগ্নিবৰ্দ্ধক, আমদোষ নিবাৰক

**নাগদন্তী**—হাতীদাতীয়া বন, হাতীশুৰীয়াৰদৰে। পাচক, মেধাবৰ্দ্ধক, কফ আৰু বায়ু নাশক, পেটৰ বিষ আৰু গুল্ম নাশক।

**নাগদল** বা **নাগদমনী**—নাকদেওনা, বঙলা নাগদানা Artemisia Vulgaris, or Indicus. বিষঘ্ন, বাতৰোগ, মূত্ৰকৃচ্ছ্ৰ আৰু ব্ৰণ ৰোগত উপকাৰী।

**নাগবলা**-কুকুৰহুতা, "গোৰক্ষ তণ্ডুলা" চাওক।

**নাগফণ**—সাগৰফেণানিজুগছ।

**নাগৰঙ্গ**—কমলা বা সুমথিৰা টেঙা, বঙলা কমলা লেবু। Citrus Aurantium. Syn. Orange. কমলা চাওক।

**নাগৰমুস্তক**—মথা, বঙলা নাগৰমুতা। Ceyperus pertenius. কষায়, শীতল, কফ, পিত্তজ্বৰ, অতিসাৰ, অৰুচি আৰু ভ্ৰম নাশক।

**নাড়ীক**—মৰাপাটশাক, (শুক্তা) বঙলা পাটশাক। Corchorus olitorious. ক্রিমি, কুষ্ঠ, জ্বৰ আৰু পিত্তনাশক বিষ্টম্ভী।

**নাৰিকেল**—নাৰিকল, বঙলা নাৰিকেল। Cocos nucifera. Syn. The Cocoanut. নাৰিকলৰ ফল-- শীতল, স্নিগ্ধ, গুৰুপাক, বিষ্টম্ভকৰ, বলপুষ্টিকাৰক, বস্তিশোধক। বায়ু, পিত্ত, ৰক্ত, অম্লপিত্ত আৰু দাহ ৰোগত উপকাৰী। ডাবৰ পানী--- শীতল, লঘুপাক, স্নিগ্ধ, তৃপ্তিকৰ, পিত্ত, পীনস, তৃষ্ণা, দাহ, শোষ আৰু অম্লপিত্ত ৰোগত উপকাৰী। নাৰিকলৰ তেল--- শীতল, গুৰুপাক, শুক্রবৰ্দ্ধক, মেধাজনক, ক্ষীণ ধাতুৰ পুষ্টিকাৰক, বাত পিত্ত আৰু ক্ষত নাশক। মূত্ৰাঘাত, প্ৰমেহ আৰু ক্ষয় ৰোগত উপকাৰী।

নাৰিকলৰ তেল চৰ্ম্মৰোগৰ প্ৰতিশেধক।

**নিচুল**—বেত, বঙলা বেত। Calamus rotang. ৰক্ত পিত্ত আৰু দাহ নাশক।

**নিম্ব**—মহানিমৰ গছ, বঙলা নিম। Melia azadirachta. or Indica. শীতল, লঘু, মলৰোধক, অগ্নিনাশক। কফ, পিত্ত, ৰক্তদোষ, ব্ৰণ, কণ্ডু, কুষ্ঠ, ক্ৰিমি, শোথ, বমি, জ্বৰ, তৃষ্ণা কাঁহ, অৰুচি, প্ৰমেহ, বুকৰজ্বালা আৰু বহুবিধ পিত্তজনিত ৰোগৰ শান্তি কাৰক। ইয়াৰ গুটিৰ তেল-- কণ্ডু, কুষ্ঠ আৰু দদ্ৰুৰোগ নাশক।

**নিম্বু**—নিমু বা নেমুটেঙা বা কাগজি টেঙা, বঙলা কাগজি নেবু। Citrus acida or C. Medica. পাচক, অগ্নিবৰ্দ্ধক, ৰুচিকৰ, চকুৰ হিতকৰ, আমদোষ, গুল্ম, অগ্নিমান্দ্য, অজীৰ্ণ বিসূচিকা, উদৰৰোগ, শূল, জ্বৰ, দাহ, কণ্ঠৰোগ, বমি, তৃষ্ণা আৰু বায়ু বিকাৰত হিতকাৰী।

**নিৰ্গুণ্ডী**--পচতীয়া, বঙলা নিসিন্দা, Vitex Negundo. পচতীয়া চাৰিবিধ বুলি শাস্ত্ৰত উল্লেখ কৰিছে যেনে-- বগা, নীলা, বনৰীয়া আৰু কণ্ডৰী। ইয়াৰ ভিতৰত নীলা ফুলৰ পচতীয়া জাতিয়ে সকলোতকৈ উত্তম। ইয়াৰ গুণ জ্বৰ, প্লীহা, গুল্ম, অৰুচি শোথ, ক্ৰিমি, আমদোষ, শ্বাস, কাঁহ, প্ৰতিশ্যায়, শূল, ব্ৰণ, কণ্ঠৰোগ নাশক। বিষদোষ, মেদোৰোগ, সন্ধিগত প্ৰভৃতিত উপকাৰী। ৰসায়ন।

**নিৰ্ঝৰজল**-- নিজৰাৰ পানী। লঘুপাক, অগ্নিবৰ্দ্ধক আৰু কফ নাশক।

**নিৰ্ব্বিষা**---দৰচা বা বৰচা বন, বঙলা নিৰ্ব্বিষী ঘাস।

Curcuma Zedoaria. বিষনাশক, ব্ৰণৰোপক, কফ, বাতনাশক।

**নিশা**--হালধি, বঙলা হলুদ। Curcuma longa. কুষ্ঠ, মেহ, কণ্ডু আৰু ব্ৰণ ৰোগত উপকাৰী।

**নিষ্পাৰী**--বটুলীয়া কলামাহ, বঙলা বৰ্ব্বটী। Dolichos Sinensis. ইযাৰ সিদ্ধ ৰস স্তন্যবৰ্দ্ধক, বলকাৰক, কফনাশক, আৰু চকুৰ হিতকৰ।

**নিৰ্ম্মলী ফল**--কতফল। Strychinos Potatarum. চকুৰ হিতকৰ আৰু পানীৰ নিৰ্ম্মলতা কাৰক।

**নীলকমল**--নীলপদুম, বঙলা নীলপদ্ম। ই শীতলতা কাৰক, সুগন্ধি ৰুচিকাৰক, ৰসায়ন, পিত্তনাশক আৰু চুলিৰ হিতকৰ।

**নীল কলম্বী**--নীলা কলমৌ, বঙলা কালাদানা। ইযাৰ গুটি বিৰেচক আৰু ৰক্ত পৰিষ্কাৰক। (কলমৌ শাকৰ দৰে ইযাৰ ফুল সামান্য নীলাভযুক্ত)।

**নীলঝিণ্টি**--নীলা বাণীফুল, বঙলা নীলঝাঁটি। বায়ু, কফ, কাঁহ, শোথ আৰু চালৰ দোষ নিবাৰক।

**নীল**--নীলগছ, বঙলাতো একেনাম। Indigofera Stellata. কঙ্কন দেশত ই বেছিকৈ জন্মে। উষ্ণবীৰ্য্য, লঘুপাক, শোথ নাশক আৰু নানাবিধ বায়ুৰোগৰ শান্তিকাৰক।

**নীলাঞ্জন**—এবিধ ৰসাঞ্জন। জামিটেঙাৰ ৰসত মাৰি এদিনৰ ৰ'দত শুকাই ললে ই শোধিত হয়। মলভেদক, ৰসায়ন, শ্লেষ্মা, মুখৰোগ, চকুৰ ৰোগ, ব্ৰণ আদিত উপকাৰী।

**নীলাপৰাজিতা**--নীলা ফুলেৰে অপৰাজিতা ফুল।

জ্বৰ, দাহ, ৰক্তাতিসাৰ, মদ, উন্মাদ, বমন, অম্ল, শ্বাস, কাঁহ, আমদোষ আৰু শ্ৰান্তি নিবাৰক।

**নীলোৎপল**--নীল বৰণীয়া ভেঁটফুল, সিদ্ধি মকুৰা। Nymphoea Stellata ই দাহ, তৃষ্ণা, ৰক্তপিত্ত, ৰক্তপ্ৰদৰ, হৃদ্ৰোগ আৰু মূৰ্চ্ছা প্ৰভৃতিত উপকাৰী।

**নীবাৰ**--উৰিধান, বঙলা উড়িধান। Wild variety of Oryza Sativa. গ্ৰাহী, পিত্তনাশক, ইয়াৰ চাউলৰ ভাত লঘু, অগ্নি দীপ্তিকৰ আৰু প্লীহা যকৃৎ নাশক।

## [প]

**পঙ্ক**--পেঁক বা বোকা। ই শীতল, দাহ, শোথ, ভগ্ন আৰু ক্ষয় ৰোগত উপকাৰী। বোকা তপত কৰি তাৰে সেক দিলে বিষ বেদনাত উপকাৰ হয়।

**পঙ্ক পৰ্পটী**--বানপানীত পলি মাটি পৰি ৰ'দত শুকাই ওপৰত যি চট চটীয়া হৈ উঠে তাকেই পঙ্ক পৰ্পটী বোলে। ই সৌৰাষ্ট্ৰ মৃত্তিকাৰ অনুৰূপ গুণ বিশিষ্ট।

**পঞ্চকোল**--পিপলী, পিপলীৰ মূৰা, চই, চিত্তামূল আৰু শুঠ। ই কটুৰস, উষ্ণবীৰ্য্য, তীক্ষ্ণ, পাচক, অগ্নিবৰ্দ্ধক, ৰুচিকৰ, বাতকফ নাশক, পিত্তবৰ্দ্ধক, গুল্ম, প্লীহা, আনাহ, শূল আৰু উদৰ ৰোগৰ উপকাৰক।

**পঞ্চতিক্ত**--নিম, গুলঞ্চ, বাহক, পটোলপাত আৰু কণ্টকাৰী। এই পাচবিধ তিতাকেই শাস্ত্ৰত পঞ্চতিক্ত [illegible] উক্ত

কৰিছে। জ্বৰ, কাঁহ, কুষ্ঠ, বিসৰ্প আৰু বিভিন্ন ৰোগবোৰত পঞ্চতিক্ত পৰম উপকাৰী।

**পঞ্চমূল**—(১) বিল্ব, শালপৰ্ণী, পৃশ্নিপৰ্ণী, বিহলভেকুৰী, কণ্টকাৰী আৰু গোক্ষুৰক টক। এই পাচ বিধৰ মূলক স্বল্প পঞ্চমূল বোলে। ই মলৰোধক, বলধাৰক [illegible] বাতপিত্ত নাশক, জ্বৰ শ্বাস আৰু অশ্মৰী ৰোগৰ [illegible] বাৰক। (২) বেল, টকুনা, গামাৰি, পাৰুল আৰু গণিযাৰী। এই পাচ বিধৰ মূলক বৃহৎ পঞ্চমূল বোলে। ই অগ্নিবৰ্দ্ধক, শ্বাস, বাই কফ আৰু [illegible] ৰোগ বোৰৰ উপকাৰী। (৩) কুশ, কাঁহি, খাগৰি, [illegible] উলু [illegible] মূলকে পঞ্চ তৃণমূল বোলে। [illegible] মূত্ৰকৃচ্ছ্ৰ আদি ৰোগ নাশক।

**পটোল**—পটল বা পৰোৱা। Trichosanthes dioica ইয়াৰ পাত-- জ্বৰ আৰু [illegible] নাশক। [illegible] ৰক্তপিত্ত নাশক, অগ্নিবৰ্দ্ধক, সাৰক, পাচক, বৃষ্য, [illegible], [illegible] আৰু [illegible] নিবাৰক ত্ৰিদোষঘ্ন। মূল-- বাতনাশক, [illegible]।

**পট্টিকালোধ্র**—বড়। [illegible], [illegible] পটিযালোধ। চকুৰ উপকাৰী; ত্ৰিদোষ, ৰক্তপিত্ত, অ[illegible] আৰু বিষ দোষত উপকাৰী।

**পনস**—কঠাল, [illegible] বা [illegible]। Artocarpus integrifolia. (১) পকা কঠাল-- বলবীৰ্য্য বৰ্দ্ধক, বাতপিত্ত নাশক, দাহ, শোষ আৰু শ্ৰান্তি নিবাৰক। (২) কাচা কঠাল--বায়ু বৰ্দ্ধক, [illegible]। (৩) কঠালৰ মুছি-- বলকৰ, দাহজনক, কফ, বায়ু আৰু [illegible] (৪) পকা কঠালৰ গুটি-- শুক্ৰনাশক, শুক্ৰ আৰু বায়ুবৰ্দ্ধক, [illegible] [illegible], মলৰোধক, মূত্ৰবিৰেচক।

**পত্ৰাঙ্গ** বা **পত্তঙ্গ**— ৰকম কাঠ ৰঙলা ৰকম কাঠ। Caesalpinia Sappan শীতল, পিত্ত শ্লেষ্মা, দাহ আৰু ব্ৰণত উপকাৰী।

**পত্ৰপুষ্প**—কলা তুলসী বা কালতুলসী। [তুলসীত চাওঁক]

**পদ্ম**—পদুম, ৰঙলা পদ্ম। Nelumbium Speciosum. Syn Salvadora Indica. শীতল, বৰ্ণ বৰ্দ্ধক, পিত্ত, কফ, দাহ, ৰক্তদোষ মূত্ৰকৃচ্ছ্ৰ, অশ্মৰী আৰু বিষদোষত উপকাৰী।

(১) পদুমৰ কেশৰ-- শীতল, দাহনাশক, অৰ্শৰোগ আৰু ৰক্তস্ৰাব নিবাৰক। (২) পদুমৰ চকা (গুটি) শুক্ৰবৰ্দ্ধক, গৰ্ভস্থাপক, পিত্ত দাহ, শোষ আৰু কফ নাশক।

**পদ্মকাষ্ঠ**—পদ্মকাঠ (পমা কাঠৰ নিচিনা এবিধ কাঠ) ই গৰ্ভস্থাপক, ৰক্তপিত্ত মোহ, দাহ, জ্বৰ, ভ্ৰম, তৃষ্ণা, বমি, ব্ৰণ, বিস্ফোট, বিসৰ্প, কুষ্ঠ আৰু শ্লেষ্মাৰ উপকাৰী।

**পদ্মচাৰিণী**—থালপদ্ম, ৰঙলা স্থলপদ্ম। Hibiscus mutabilis. শীতল আৰু কফ বায়ু নাশক। শ্বাস, কাঁহ শূল, মূত্ৰকৃচ্ছ্ৰ, অশ্মৰী আৰু বিষদোষত উপকাৰী।

**পপীতা**—অমিতা বা মধুফল, ৰঙলা পেঁপে। Carica Papaya. প্লীহা আৰু গুল্ম নাশক। অজীৰ্ণ, উদৰাময়, কণ্ঠশালুক্য আদি ৰোগত উপকাৰী। ইয়াৰ আঠা-- ব্ৰণ আৰু জিহ্বাক্ষতত উপকাৰী।

**পৰ্ণ্মা**—সোণপকৰা, (সৰু পাতেৰে কেটুৰী জাতীয় এবিধ সুগন্ধি কণ্ড বিশেষ) ৰঙলা গন্ধ শটী। ই উষ্ণবীৰ্য্য, তীক্ষ্ণ, পিত্তবৰ্দ্ধক,

বাত আৰু কফ নাশক, কাঁহ, শ্বাস, বমি, শোথ, শূল, হিক্কা, ব্ৰণ, গ্ৰহাবেশ আৰু মুখৰ মলিনতা নিবাৰক।

**পৰিপেল্ল**—হোগল, বঙলা জলমুতা বা কেয়ট মুতা। কফ, বাতনাশক, অম্লশূল, ৰক্ত, দাহ আৰু ব্ৰণ ৰোগত উপকাৰী।

**পৰূষক**—চাউলধোৱা গছ, বঙলা ফলসা। Xylocarpus Granatum. Syn. Grewia Asiatica. (১) গছৰ ছাল--জননেন্দ্ৰিয়ৰ প্ৰদাহ নাশক, মূত্ৰদোষ, পিত্ত আৰু বায়ু নাশক। (২) পকা গুটি-- পুষ্টিজনক, শীতল। (৩) কেঁচা গুটি অম্লৰস--পিত্তকাৰক। (৪) গছৰ শিপা-- স্নায়বীয় দুৰ্ব্বলতা নাশক।

**পৰ্কটী**—পাকৰী গছ, বঙলা পাকুড় গাছ। Ficus Infectoria. ৰক্তদোষ নাশক, মূৰ্চ্ছা, ভ্ৰম আৰু প্ৰলাপত উপকাৰী।

**পৰ্ণক**—ঠোঠনিশাক, বঙলা সুষুণিশাক, Blepharis edulis. অগ্নিদীপক, শুক্ৰবৰ্দ্ধক, ৰুচি আৰু মেধাজনক ৰসায়ন।

**পৰ্পটক**—সৰ্পজিভা, শেতকপৰা বঙলা ক্ষেতপাপড়া। Oldenlandi bifloaa. পিত্তশ্লেষ্ম জ্বৰ নাশক, ৰক্তদোষ, দাহ, মদ আৰু ভ্ৰান্তি নিবাৰক।

**পলাণ্ডু**—পিয়াজ বা পনক, বঙলা পেঁয়াজ। Allium Cepa. উষ্ণবীৰ্য্য, তীক্ষ্ণ, স্নিগ্ধ, গুৰুপাক আৰু বলকাৰক, শুক্ৰবৰ্দ্ধক, বাতপিত্ত আৰু কফ নাশক। জ্বৰ, শূল, সঞ্চিতশ্লেষ্মা, কাঁহ, খুজতীয়া, কৰ্ণশূল আদিত উপকাৰী।

**পলাশ**---পলাশ বঙলাতো একেনাম। Beutea frondosa গছৰ গুণ, অগ্নিবৰ্দ্ধক, শুক্ৰজনক, ভগ্ন সংযোজক, ক্ৰিমি

ব্রণ, গুল্ম, অর্শ আৰু গ্ৰহণী নাশক। গুটি-- ক্রিমি, চর্ম্ম, কণ্ঠ আৰু উদৰ ৰোগ নাশক। আঠা-- মলৰোধক, কাঁহ, গ্ৰহণী, ঘাম ওলোৱা আৰু মুখৰোগ নাশক।

**পাংশুলবন**—উদ্ভিদ লবন, বঙলা পাডালবন। [মাটিত আপোনা আপুনি ফুটি ওলোৱা এবিধ ক্ষাৰ পদাৰ্থ] পাচক, অগ্নিবৰ্দ্ধক মলভেদক, পিত্ত, দাহ আৰু শোষ কাৰক।

**পাটলি**—পাৰল বা পাৰলি গছ, বঙলা পাৰল। Bignonia Snaveolens শীতল, ত্রিদোষ নাশক, কফ, বাত, বমি আৰু সন্নিপাত ৰোগত উপকাৰী। ইয়াৰ ফুল মৌৰে লেহন কৰিলে হিক্কা প্রশমিত হয়। ইয়াৰ গুটি আমাতিসাৰত উপকাৰী।

**পিণ্ডালু**—পতানিচৰা আলু, বঙলা চুবড়ি আলু। Dioscorea Globosa. বল, পুষ্টি আৰু শুক্র বৃদ্ধিকাৰক, মেহ আৰু মূত্রকৃচ্ছ্রত উপকাৰী।

**পিন্যাক**—তিলৰ খলিহে। ই ৰুক্ষ, বিষ্টম্ভী, গ্লানিজনক আৰু দৃষ্টিৰ বিকৃতি কাৰক।

**পিত্তল**—পিতল। তামা আৰু দস্তা মিহলি কৰি ইয়াক তৈয়াৰ কৰে। ইয়াক শোধন মাৰণ আদি কৰাৰ পাছতহে ঔষধত ব্যৱহাৰ কৰা হয়। শীতল, ৰুক্ষ, বাত পিত্ত নাশক, পাণ্ডু, ক্রিমি আৰু প্লীহাৰোগত উপকাৰী। তামা আৰু দস্তাৰ অন্যান্য গুণ বিশিষ্ট।

**পিপ্পলী**—পিপেলী, বঙলা পিপুল। Piper Longum. উষ্ণবীর্য্য, অগ্নিবৰ্দ্ধক, স্নিগ্ধ, শুক্রজনক, জৰা নাশক ৰসায়ন। জ্বৰ, প্লীহা, যকৃৎ, কাঁহ, শ্বাস, অর্শ, গুল্ম, শূল, কুষ্ঠ, ক্ষয়ৰোগ, বায়ু আৰু

শ্লেষ্মাৰ উপশম কাৰক।

**পিয়াল**— পিযাল গছ, বংগলা পিয়াল। Buchanania Latifolia. দাহ, তৃষ্ণা আৰু জ্বৰ নাশক।

**পিস্ত**—পেস্তা নামক বিদেশী ফল। [অভিষুক চাওঁক]।

**পীবৰী**—বাৰচকুৰা গছ, বংগলা ওলটকম্বল। Abroma Augusta. যোনিব্যাপৎ, ৰজোদুষ্টি, প্ৰদৰ আৰু অৰ্শৰোগ নাশক।

**পীবৰী**—বিৰলীসাৰটা। [শালপৰ্ণী চাওঁক]।

**পীতচন্দন**--শীতল, তিক্তৰস আৰু কান্তিজনক। কুষ্ঠ, কফ, কণ্ডু, বিচিকা, খৰ আৰু ক্ৰিমি নাশক।

**পীতদ্ৰু**—আচুৰাঠি, (দাৰুহৰিদ্ৰা চাওক)।

**পীযুশোগ্ধা**—ছালমিছৰি নামক এবিধ বিদেশী ফল, বংগলা শালম্ মিছৰি, Eulophia campestris. বল আৰু পুষ্টিবৰ্দ্ধক শুক্ৰজনক।

**পীতমূলী**—ৰেউচিনি, বংগলা ৰেউচিনি। মৃদু বিৰেচক, অজীৰ্ণ, অতিসাৰ, অগ্নিমান্দ্য, অৰুচি, মলবদ্ধতা, শীত পিত্ত আৰু দুষ্ট ব্ৰণ ৰোগত উপকাৰী।

**পীলু**—আখৰোট নামক বাদাম জাতীয় ফল, বংগলা আখৰোট। Salvadora Indica. মলভেদক, পিত্তবৰ্দ্ধক, কফ আৰু বায়ুনাশক, গুল্ম ৰোগত উপকাৰী।

**পুণ্ডৰীক**—বগা পদুম, বংগলা শ্বেতপদ্ম। Nelumbium Speciosum. শীতল, দাহ, পিত্ত, শ্ৰান্তি নাশক।

**পুণ্ড্ৰেক্ষু**—পুৰীকুঁহিয়াৰ। ৰসাল, শীতল, ৰুচিকৰ,

বলকৰ, শুক্ৰবৰ্দ্ধক, দাহ, পিত্ত আৰু শ্ৰান্তি নিবাৰক।

**পুত্ৰঞ্জীৱ**—জীয়াগছ, বঙলা জিযাপুত। Putranjiva Roxburghie. Syn. P. Nigera বৃষ্য, গৰ্ভজীৱদ, শুক্ৰ আৰু বৰ্দ্ধক। ইয়াৰ ফল পানীৰে এটি প্ৰলেপ দিলে সকলো প্ৰকাৰ বিষৰ উপশম হয়।

**পুনৰ্ণবা**—পুনৰ্ণবা, বঙলা পুনৰ্ণব। Boerhaavia Diffusa সাৰক, মূত্ৰকাৰক আৰু শোথ শ্লেষ্ম, বায়ু, উদৰ আৰু পাণ্ডু নাশক। ৰক্ত আৰু শ্বেত ভেদে দুই প্ৰকাৰ ৰক্ত অপেক্ষা শ্বেত পুনৰ্ণবা অধিক গুণশালী।

**পুষ্কৰমূল**—কাশ্মীৰ দেশত উৎপন্ন হোৱা এবিধ কুড, বঙলা পুষ্কৰমূল। The root of Aplotaxis auriculata.. উষ্ণবীৰ্য্য, বায়ু, কফ জ্বৰ, শ্বাস, দাহ, অৰুচি, পাৰ্শ্বশূল, শোথ আৰু পাণ্ডু ৰোগৰ উপশম কাৰক।

**পুগ**—তামোল, বঙলা সুপাৰি। Arica Catechu. গুৰু, শীতবীৰ্য্য ৰুক্ষ, পিত্তনাশক, মদকাৰক, অগ্নিদীপক, ৰুচিকৰ আৰু মুখৰ বিৰসতা নাশক।

**পুতনী**—পদ্মা বা পদিনা শাক, বঙলা পুদিনা। Mentha arvensis. Syn. Mentha sativa. অৰুচি আৰু শোথ নাশক। মূৰ্চ্ছা আৰু বমি নিবাৰক। শুকান পদ্মা শাক অৰুচি নাশক উত্তেজক আৰু স্নিগ্ধতাকাৰক।

**পুতিকৰঞ্জ**-লতাগুটি, বঙলা নাটাকৰঞ্জ। Guilandina Bonduc or Caesalpinia bonducella. ইয়াৰ গছ উষ্ণবীৰ্য্য,

গুল্ম, উদাবর্ত্ত, অর্শ, ক্রিমি, ব্রণ, কণ্ডু, কুষ্ঠ, বিচর্চ্চিকা, চৰ্ম্মদোষ, যোনিদোষ, বিষদোষ আৰু বায়ু ৰোগত উপকাৰী। গুটিৰ গুণ বলকৰ, জ্বৰ নাশক, ৰক্তস্ৰাব ৰোধক প্ৰলেপত শোথ আৰু অন্ত্ৰবৃদ্ধিত উপকাৰী। ইয়াৰ পাত উষ্ণবীৰ্য্য, পিত্তবৰ্দ্ধক, বিৰেচক, কফ, অৰ্শ, ক্ৰিমি আৰু শোথ নাশক।

**পূতিকা**—পুঁই বা পুঁৰৈশাক, বঙলা পুঁইশাক। Besella Rubra পুঁইৰ পিত্তনাশক। বিহ্ফোঁহোৰা ইত্যাদিত ইয়াৰ প্ৰলেপ উপকাৰী।

**পৃক্কা**—পিৰিঙ্গা শাক, বঙলা পিৰিংশাক। Trigonella Corniculata. শীতবীৰ্য্য, বলকাৰক আৰু জ্বৰ নাশক।

**পৃথ্বিকা**- ডাঙৰ জাতৰ ক'লাজিৰা। উষ্ণবীৰ্য্য, অগ্নি-দীপক, শুক্ৰবৰ্দ্ধক আৰু গৰ্ভাশয় শোধক। অজীৰ্ণ, আধ্মান, গুল্ম, ৰক্তপিত্ত, ক্ৰিমি, কফ, পিত্ত, আমদোষ, বাত আৰু শূল নাশক।

**পৃশ্নিপৰ্ণিকা**—মাইখাতী, বঙলা চাকুলিয়া বা চাকুলে। Hemionitis Cordifolia. উষ্ণবীৰ্য্য, সাৰক আৰু বৃষ্য। ত্ৰিদোষ, দাহ, জ্বৰ, শ্বাস, ৰক্তাতিসাৰ, পিপাসা আৰু বমি নাশক।

**প্ৰতিবিষা**—জাপৰী বিষ বা আতৈশ, অতিবিষা চাওক।

**প্ৰদীপন**—আগিয়াচিতৰ গছ। চিত্ৰক চাওক।

**প্ৰদীপন**—এবিধ স্থাবৰ বিষ বিশেষ, যি বিষ দীপ্তিশীল আৰু অগ্নিৰ নিচিনা প্ৰভাযুক্ত।

**প্ৰপুন্নাড**—দাদিগুদিগা, (চক্ৰমৰ্দ্দ চাওক)।

**প্ৰপৌণ্ডৰিক**—শেলুক, বঙলা পুণ্ডৰিয়া। Root of

Nymphaca Lotus. ৰক্তপিত্ত, ব্ৰণ, জ্বৰ নাশক, চকুৰ উপকাৰী।

**প্ৰবাল**—পোৱাল, বঙলা পলা, হিন্দিত মুঙ্গা। Coral বিদ্ৰুম, ৰক্তকন্দ, ৰক্তকন্দক, অঙ্গাৰক মণি, ৰক্তাঙ্গ, অম্ভোধিবল্লভ, ভৌমৰত্ন ইত্যাদি ইয়াৰ সংস্কৃত নাম। ভস্ম কৰিহে ঔষধত ব্যৱহৃত হয়। জয়ন্তী ফুলৰ পাতৰ ৰসত মৰ্দ্দন কৰি গজপুটত পুৰিলে প্ৰবাল ভস্ম হয়। সাৰক, চকুৰ হিতকৰ, কফ, পিত্ত, হিক্কা আৰু ভ্ৰম নাশক তিৰোতাৰ কান্তিবৰ্দ্ধক, বীৰ্য্য জনক। ইয়াক শৰীৰত ধাৰণ কৰিলে মঙ্গলজনক হয়।

**প্ৰদিগ্ধমাংস**—বেছি পৰিমান ঘিউত পানীৰ চিতাদি সিজোৱা মাংস। এই মাংস বল-পুষ্টিকৰ, অগ্নিবৰ্দ্ধক আৰু কফ, পিত্তনাশক।

**প্ৰশাতিক**— শ্যামক বা শ্যামাক নামৰ ধান বিশেষ। ই মধুৰ কষায় ৰস, শীতল, লঘুপাক, ৰুক্ষ, শোষণ কাৰক, বায়ুবৰ্দ্ধক, মলৰোধক, কফ আৰু বায়ুবৰ্দ্ধক।

**প্ৰসাৰিণী**—ভেদেলতা বঙলা গন্ধভাদুলিয়া। Paederia Foetida. সুপ্ৰসৰা সাৰিণী, প্ৰসৰা, সৰা, চাৰুপৰ্ণী, ৰাজবালা, ভদ্ৰপৰ্ণী, প্ৰতানিকা ইত্যাদি ইয়াৰ সংস্কৃত পৰ্য্যায়। ই সাৰক, বলকৰ, শুক্ৰবৰ্দ্ধক, বেদনা নাশক, ভগ্নস্থানৰ সংযোজক আৰু বাত কফ নাশক, অৰ্শ, শোথ আৰু বাতৰক্ত ৰোগত উপকাৰী।

**প্ৰাচীনামলক**—পানী চেঙেৰী, বঙলা পানীআমলা। Flacourtia cataphacta. ই ত্ৰিদোষ নাশক আৰু জ্বৰঘ্ন।

**প্ৰিয়ঙ্গু**—প্ৰিয়ঙ্গু, বঙলাতো একেনাম। Aglaia

Roxburghiana. ৰক্তপিত্ত নাশক, জ্বৰ, বমি আৰু বিষ দোষত উপকাৰী।

**প্রোষ্টী**—পুঠীমাছ, বঙলা পুটীমাছ। সংস্কৃতত সফৰী, শ্বেতকোল, প্রোষ্টী আৰু প্রোষ্ঠ, তিক্ত মধুৰ ৰস, শুক্রজনক, কফ বাত নাশক।

**প্লক্ষ**--পাকৰীগছ, বঙলা পাবুড। Thespesia Populnea. ই কটু কষায ৰস, শীতল, শ্লেষ্ম পিত্ত নাশক আৰু ৰক্তদোষ নিবাৰক। মূৰ্চ্ছা, ভ্রম, প্রলাপ, শোষ, শোথ আৰু বিসর্প ৰোগত ইয়াৰ ছালৰ কথ উপকাৰী।

# [ফ]

**ফঞ্জিকা**—আকলবীৰ, বঙলা বামুন হাটী। Clercde ndron Siphonanthus. শ্বাস, কাঁহ আৰু জ্বৰ নাশক।

**ফটিকাৰী**--ফিট্‌কিৰি, বঙলাতো একেনাম। Alumen Syn. Alum. কটু, কষায় ৰস, মলৰোধক, ৰক্তস্রাব নিবাৰক, সঙ্কোশ কাৰক, পচন নাশক। নাকেৰে তেজ যোৱা, পেটৰ অসুখ, প্রমেহ, প্রদৰ, মূত্রকৃচ্ছ্র, বমি, শোষ আৰু লৰা ছোৱালীৰ হাগনিত উপকাৰী। ফিট্‌কিৰি আৰু কর্পূৰ গুৰি একে লগ কৰি শুঙিলে মূৰৰ বিষত উপকাৰ হয়।

**ফণিফেন**—আফিং বা কানি। (অহিফেন চাওক)।

**ফণিজ্ঝাৰিকা**—বহুথহিয়া ভুমোক বা বহুতাডিমক, বঙলা কাকডুমুৰ। চর্ম্মৰোগ আৰু ৰক্তপিত্ত নাশক। ইয়াৰ ছাল

শীতবীৰ্য্য, বাতাদিৰ স্তম্ভন কাৰক, অতিসাৰ, কফ, পিত্ত, পাণ্ডু, অৰ্শ, কুষ্ঠ আৰু কামলা নাশক।

**ফলকী**—চিতলমাছ। ই লঘুপাক, মুখৰোচক, ধাৰক শীতবীৰ্য্য আৰু শুক্ৰবৰ্দ্ধক।

**ফলবৃক্ষ**—কঁঠাল, (পনস চাওক)।

**ফানিত**—লালী গুড, বঙলা ঝোলাগুড। ই গুৰুপাক, পুষ্টিকৰ, কফ আৰু পিত্তবৰ্দ্ধক, কফস্ৰাৱ কাৰক, মূত্ৰ অৰু মূত্ৰাশয়ৰ শুদ্ধি কাৰক, বায়ু আৰু শ্ৰান্তি নিবাৰক।

**ফেনিল**—হাইঠা বঙলা ৰীঠা। Sapindus trifoliatus. কটু তিক্ত ৰস, উষ্ণবীৰ্য্য, স্নিগ্ধ, বমন কাৰক, কফ আৰু বায়ুনাশক। কুষ্ঠ, কণ্ডু, বিস্ফোট আৰু ব্ৰণ দোষত উপকাৰী।

## [ব]

**বক**—বগলী, বঙলা বকপক্ষী। ইয়াৰ মঙহ মধুৰ ৰস, শীতল, স্নিগ্ধ, শুক্ৰবৰ্দ্ধক আৰু কফ নাশক।

**বক**—বকফুল। (অগস্তি চাওক)।

**বকুল**—বকুলগছ, বঙলাতো একেনাম। Mimusops elengi. ই কটু ৰস, গুৰু আৰু উষ্ণবীৰ্য্য। কফ, পিত্ত, দাহ, শ্বিত্ৰ, কৃমি আৰু দন্ত ৰোগত উপকাৰী।

**বদৰ**—বগৰী, বঙলা কুল। Zizyphus jujuba. কফকৰ, অতিসাৰ নাশক, ইয়াৰ কুঁহিপাত জ্বৰ আৰু দাহ নাশক। ছাল— বিহ কোঁহোৰা নিবাৰক, গুটি— চকুৰ ৰোগত উপকাৰী।

প্ৰণো বগৰী বা ক্ষান বগৰী - লঘুপাক, অম্ল, মধুৰ ৰস, ৰুচিকৰ, অগ্নিবৰ্দ্ধক। বগৰী তিনি বিধ এবিধ ডাঙৰ তাক সৌবীৰ বোলে হ সুমিষ্ট, এবিধ তাতকৈ সৰু আৰু পকিলে মিঠা হয় তাক কোল আৰু এবিধ একেবাৰে কাঠুৱা জাতৰ তাক কৰ্কন্ধু বোলে।

**বদৰাম্লক**--পানীচেঙেৰী।

**বন্ধুজীৱক**--বন্ধুলি ফুলৰ গছ, বঙলা বান্ধুলি ফুল। Pent. petes Phoenicea wild. মলৰোধক, বাত, পিত্ত আৰু কফ নাশক লঘুপাক, জ্বৰ আৰু গ্ৰহদোষ নাশক।

**বন্ধ্যা-কৰ্কোটকী**--তিতা কেৰেলা, বঙলা তিৎ কাকৰোল। কটু তিক্ত ৰস, উষ্ণবীৰ্য্য, তীক্ষ্ণ, লঘুপাক, কফ নাশক, ব্ৰণ শোধক বিসৰ্প, চৰ্ম্মদোষ নাশক, ৰক্তশোধক, সৰ্প দমন কাৰক।

**বন্ধুক**- শিয়াল গছ।

**বৰ্ব্বুৰ** বা **বব্বুল**--বাবলা নামেৰে বঙ্গদেশত বেছিকৈ হোৱা সৰু খৈৰা গছৰ আকৃতিৰ গছ। বঙলা বাবলা। Acac'a Arabica. A gummi. তাম আৰু ৰক্ত অতিসাৰ নাশক, সঙ্কোচক। ইয়াৰ ছাল কফ, কুষ্ঠ, ক্ৰিমি আৰু বিষ নাশক। ইয়াৰ আঠা ভগ্নস্থানৰ সংযোজক, শীতবীৰ্য্য, পিত্ত, বায়ু, ৰক্তাতিসাৰ, মেহ, প্ৰদৰ, ৰক্ত পিত্ত আদি ৰোগত উপকাৰী।

**বলা**--বৰিয়াল, বঙলা বেড়েলা। Sida Cordifolia. ই চাৰিবিধ, বলা বগা বৰিয়াল, মহাবলা সোণ বৰিয়াল বা হালধীয়া ফুলৰ বৰিয়াল, অতিবলা হালধীয়া ফুলৰ বৰবৰিয়াল, আৰু নাগবলা হৈছে কুকুৰ সুতা। আটাই কেইবিধকে যথাস্থানত উল্লেখ কৰা

হৈছে। বগা বৰিয়াল--তিক্ত, মধুৰ ৰস, শীতল, স্নিগ্ধ, মলৰোধক, পুষ্টিকৰ, বলবীৰ্য্য বৰ্দ্ধক, কান্তিজনক, বায়ুনাশক, বদ্ধকফ নিঃসাৰক। ৰক্তপিত্ত, পিত্তাতিসাৰ আৰু কফ নাশক।

**বলাকা-মাংস**--বগা বগলী বা গো-বগলীৰ মঙহ স্নিগ্ধ, শুক্ৰবৰ্দ্ধক, মলমূত্ৰ ভেদক, বায়ুনাশক আৰু ৰক্তপিত্ত নিবাৰক।

**বল্বজা**-- উলুবন, বঙলা উলুখড়। ইয়াৰ মূলৰ কাথ শীতল, ৰুচিকৰ, কণ্ঠশোধক, বায়ুবৰ্দ্ধক, পিত্ত, দাহ আৰু পিপাসাৰ শান্তি কাৰক।

**বলজা**--যুতী, বঙলা যুঁই। Jasminum Curiculatum. পিত্তদোষ নিবাৰক, চৰ্ম্মৰোগ নিবাৰক।

**বলমোটা**--জয়ন্তীফুল। (জয়ন্তী চাওক)।

**বহুবীজ**--যামিটেঙা, বঙলা যামীৰ। Asperagus racemosus. পাচক, শ্বাস আৰু কাঁহ নাশক।

**বহুনেত্ৰ**--আনাৰস বা সফৰিকঠাল।

**বহুমূলা**--শতাবৰী বা শতমূল। (শতমূল চাওক)।

**বহুবাৰ**--বা পথৰা গছ, বঙলা বোহৰী Cordia Myxa. ইয়াৰ পাতৰ গুণ বসন্তৰ স্ফোটক নিবাৰক। মানুহৰ শৰীৰত বিমানটি বসন্তৰ পীড়কা অৰ্থাৎ স্ফোটক ওলায় সেই সংখ্যাৰ পাত আনি চূৰ্ণ কৰি বটিকা কৰিলে ৰোগীৰ আৰু স্ফোটক নোলায় বুলি শাস্ত্ৰত উল্লেখ আছে। ইয়াৰ কেচা ফল পাচক, কষায়, তিক্ত, কফ, পিত্তনাশক, আমৰক্ত নিবাৰক আৰু চুলিৰ উপকাৰী। ক্ৰিমি, শূল, ব্ৰণ, বিহখোঁৱা আদিতো ই উপকাৰী।

**বহেড়ুক**—ভোমৰা বা ভঁয়ৰা বঙলা বহেড়া। Terminalia Belirica. কাঁহ, কফ-পিত্ত নাশক, চুলি আৰু চকুৰ উপকাৰী।

**বাকুচি**—সবেতিতা বঙলা হাকুচ। Serratula Anthelmintica. কণ্ঠ্য, বাতজনক, অগ্নিদীপক আৰু পিত্তঘ্ন।

**বালক**—গন্ধবালা বঙলা সুগন্ধবালা। Pavonia odorata হ্রবেৰ, হ্রীবেৰ, বাৰিদ প্ৰভৃতি ইযাৰ অন্য নাম। ই শীতল, লঘুপাক, অগ্নিবৰ্দ্ধক, চুলিৰ উপকাৰী, জ্বৰ, হৃদ্রোগ আৰু চৰ্ম্মৰোগ নাশক।

**বালমূলক**—কুঁহিমূলা। উষ্ণবীৰ্য্য, তীক্ষ্ণ, জীৰ্ণকাৰক, মূত্ৰদোষ, শ্বাস, কাঁহ, অৰ্শ, গুল্ম আৰু ক্ষয় ৰোগত উপকাৰী।

**বাণ**—নীলা বাণীফুল। (নীলঝিণ্টি চাওক)।

**বালুকা**—বালি, ই শীতল ভ্ৰান্তি নাশক, তাপ নিবাৰক, উৰঃক্ষত আৰু ব্ৰণ ৰোগত উপকাৰী। সন্নিপাত নাইবা বাতশ্লেষ্মা প্ৰভৃতিৰ দোষত বালা তপত কৰি সেক দিলে উপকাৰ হয়।

**বালুকী**—খাডি বা ছিৰাল।

**বিম্বিকা**—কোৱাভাতুৰী বঙলা তেলাকুচা। Coccinia Indica. Syn. Momordica Monodelpha. গুৰু, বায়ু, পিত্ত আৰু ৰক্তদোষৰ উপশমকৰ বমনকাৰক। আধ্মানজনক, ক্রিমি নিবাৰক।

**বিল্ব বা শ্ৰীফল**—বেল। Aegle Marmelos. কুঁহিবেল-ধাৰক, অগ্নিদীপক, আম-পাচক, কটুকষায়, তিক্তৰস, উষ্ণবীৰ্য্য, লঘু স্নিগ্ধ, বায়ু আৰু কফ নাশক। পকাবেল--গুৰুপাক, ত্ৰিদোষজনক, দুষ্পাচ্য, বায়ুজনক, আমনাশক, মধুৰৰস আৰু বিষ্টিত

অগ্নিমান্দ্যকাৰক। বেলৰ পাত- তীক্ষ্ণবীৰ্য্য, বাতশ্লেষ্ম নাশক, ৰসায়ন ছাল--জ্বৰ আৰু ত্রিদোষ নাশক।

**বেট্টচন্দন**—এবিধ বগা চন্দন। ই মলয় পৰ্ব্বতত জন্মে। শ্রীখণ্ড নামক চন্দনৰ সমগুণী।

**ব্রহ্মদণ্ডী**—আৰকচন্দৰ পাতৰ নিচিনা এবিধ গছ বঙলা ছাগলদাড়ী ই শোথ নাশক।

**ব্রহ্মসুবৰ্চ্চলা**--শুল্লেঠ বা ভূতমূলা। (সুবৰ্চ্চলা চাওক)

**ব্রাহ্মী**--ব্রাহ্মী শাক বঙলা ব্রাহ্মী। Siphonanthu Indica, Herpestis monnieria. সৰস্বতী, সৌম্যা, সুৰশ্রেষ্ঠা সুবৰ্চ্চলা, কপোতবেগা, সোমলতা ইত্যাদি ইযাৰ অনেক সংস্কৃত নাম। ই কষায় তিক্ত-মধুৰৰস, ৰসায়ন। শীতল, লঘুপাক, সাৰব মেধাবৰ্দ্ধক, আয়ুবৃদ্ধিকৰ, স্বৰপৰিষ্কাৰক, পাণ্ডু, মেহ, ৰক্তপিত্ত, কাঁহ কুষ্ঠ আদি নাশক।

**ব্রাহ্মণযষ্টিকা**--আকলবীৰ বঙলা বামুনহাতী। Cler odendron Siponanthus. শ্বাস, কাঁহ, দাহ আৰু জ্বৰ নাশক। -

**বৃত্তফল**--কবাবচিনি বঙলা কাবাবচিনি। Cubeb fructus. বাতপ্রশমক, কফনিঃসাৰক, অগ্নি আৰু মূত্ৰবৰ্দ্ধক ঔপসৰ্গিক মেহ ৰোগতো উপকাৰী।

## [ভ]

**ভক্ত**—ভাত, অন্ন, অন্ধ, কুৰ, ওদন, দিবি প্রভৃতি শব্দ ভাতৰ নামান্তৰ। ভাত লঘুপাক, পথ্য, অগ্নিবৰ্দ্ধক, ৰুচিকৰ, তৃপ্তি

জনক, পুষ্টিকৰ, বলকৰ, শুক্রবর্দ্ধক আৰু ত্রিদোষ নাশক।

**ভঙ্গা**—ভাং বা জঙ্ঘলী ভাং বঙলা ভাঙ বা সিদ্ধি। Canabis Sativa. উষ্ণবীর্য্য, তীক্ষ্ণ, লঘু, পাচক, মলৰোধক; মত্ততাজনক, নিদ্রাকাৰক, বাক্য, অগ্নি আৰু কামোদ্দীপক, কফ নাশক, পিত্তবর্দ্ধক।

**ভণ্ডুক বা ভক্কুৰ**—ভাঙনা মাছ বঙলা ভাকুৰ মাছ। ই শীতল, গুৰুপাক, বিষ্টম্ভজনক, শ্লেষ্মা আৰু শুক্রবর্দ্ধক, ৰক্তপিত্ত ৰোগত উপকাৰী।

**ভদ্রতিক্তা**—মিছিমি তিতা। অগ্নিবর্দ্ধক, বলকৰ, কফ পিত্তনাশক আৰু জ্বৰ নিবাৰক।

**ভদ্রদন্তী**—ডাঙৰ জাতৰ সুন্দৰীপথিলা গছ, দন্তী চাওক।

**ভদ্রবল্লিকা**—দুদলি লতা বা নাহৰপতীয়া লতা, অনন্তা চাওক।

**ভদ্রমুঞ্জ**—ৰামশৰ বা মুথা বঙলা মুজ বা ৰামশৰ। ই মধুৰ, শীতলৰস, ত্রিদোষ নাশক, শুক্রবর্দ্ধক, দাহ, তৃষ্ণা, বিসর্প, ৰক্তদোষ, মূত্রৰোগ, বস্তিগতৰোগ আৰু চকুৰ বেমাৰৰ শান্তিকাৰক।

**ভদ্রমুস্তক**— মথা বঙলা নাগৰমুতা। Cyperus Rotundus. পাচক, অগ্নিবর্দ্ধক আৰু মলৰোধক। কফ, পিত্ত, পিপাসা, জ্বৰ, অৰুচি, অজীর্ণ, ৰক্তদুষ্টি আৰু ক্রিমি ৰোগত উপকাৰী।

**ভল্লাতক**—ভলাগছ বঙলা ভেলাগছ। Semecarpus Anacardium. ইযাৰ পকা ফল মধুৰ কষায় ৰস, ঈষৎ উষ্ণবীর্য্য, স্নিগ্ধ, লঘুপাক, অগ্নিবর্দ্ধক, মলভেদক, বমনকাৰক, শুক্রজনক, দাঁতৰ

গুৰি শকত কাৰক। বাত পিত্ত আৰু কফ নাশক, দাহ নিবাৰক। ইয়াৰ মজ্জা গুৰুপাক, অগ্নিবৰ্দ্ধক, ত্ৰিদোষ নাশক, ক্লান্তি জনক, ক্ৰিমি নাশক। ভলা শোধন কৰিহে ঔষধত ব্যৱহাৰ কৰিব লাগে। ইটা মাটিৰ গুৰিৰ লগত ঘহিলে ভলা শোধিত হয়।

**ভব্য**—ঔ টেঙা বঙলা চাল্‌তা। Dillenia Indica. অম্ল মধুৰ কষায় ৰস, ৰুচিকৰ, মুখ পৰিষ্কাৰক, কফ-পিত্তজনক, শ্ৰান্তি আৰু শূল ৰোগত উপকাৰী।

**ভাকুট**—ভকুৰা মাছ বঙলা ভাকুট মাছ। শীতবীৰ্য্য, শুক্ৰজনক, শ্লেষ্মবৰ্দ্ধক, গুৰুপাক, আমবাত জনক, বায়ু আৰু পিত্ত নাশক।

**ভাৰদ্বাজী**—বনকপাহী। (অৰণ্য কাৰ্পাসী চাওক)।

**ভাৰবৃক্ষ**--(গোপীচন্দন চাওক)।

**ভাৰ্গী**--আকলবীৰ (ফঞ্জিকা চাওক)।

**ভিণ্ডীতক**--ভেণ্ডি বঙলা ঢেড়শ। শ্লেষ্মবৰ্দ্ধক, মলৰোধক পুষ্টিজনক, ৰুচিকৰ।

**ভীমসেনী কৰ্পূৰ**—ভীমসেনী কৰ্পূৰ। Dry balanops Camphora. syn. Borneo Camphor. ই এবিধ বৰ্ণিও দ্বীপত হোৱা কৰ্পূৰ। ই শীতল, বল পুষ্টিজনক, বাত পিত্ত নাশক আৰু বিশেষকৈ চকুৰ কাৰণে হিতকৰ।

**ভীৰুমৎস্য**--বামিমাছ। মধুৰৰস, স্নিগ্ধ, অতিশয় গুৰু-পাক, শুক্ৰজনক, বাত আৰু শ্লেষ্ম বৰ্দ্ধক।

**ভীৰুপত্ৰী**--(শতমূল চাওক)।

**ভূ-কর্ব্বুদাৰ**—ভেলকৰ বঙলা ছোট ঘোৰণী। ইয়াৰ ছাল ব মুত্ৰৰোধক, স্বৰ্ণমাৰক, ৰক্তপিত্ত আৰু ক্ৰিমিনাশক।

**ভূ-খৰ্জ্জুৰী**—দেশবিশেষত হোৱা এবিধ সৰু খাজুৰী গছ। খাজুৰীৰ সমগুণী।

**ভূ-চনক**—চীনাবাদাম। ই মধুৰ বস, স্নিগ্ধ, পাৰ দ্ধক, মলভেদক আৰু কফ্ম। ইয়াৰ তেল গুৰুপাক, সাৰক, বলকৰ, ক্ৰিমি কুষ্ঠ আৰু ব্ৰণ ৰোগত উপকাৰী।

**ভূতকেশী**—জটামাংসী। বেছি সুগন্ধি জাত, এই নামেৰে প্ৰসিদ্ধ ই ত্ৰিদোষ, ৰক্তদোষ, দাহ, বিসৰ্প আৰু কুষ্ঠ নাশক।

**ভূ-তৃণ**—গন্ধবিৰিণা বঙলা গন্ধতৃণ। ই তীক্ষ্ণ লঘুপাক, বিৰেচক, কফ্ম, অগ্নিবৰ্দ্ধক, বিদাহজনক, বায়ুনাশক, সন্তাপ নিবাৰক।

**ভূ-ধাত্ৰী**—ভূঁইআমলকী বঙলা ভূঁইআমলা। Phyllanthus Niruri. দাহ, পিত্তমেহ আৰু মূত্ৰ ৰোগৰ উপকাৰী।

**ভূ-নিম্ব**—চিৰতা তিতা (কিৰাত চাওক)

**ভূমি-কুষ্মাণ্ড**—ভূঁই-কোমোৰা বঙলা ভূঁই-কুমড়া। Batatas Paniculata. মাটিৰ তলত হোৱা এবিধ কণ্ড বিশেষ। ই মধুৰ বস, শীতল, স্নিগ্ধ, গুৰুপাক, বৰ্ণবীৰ্য্যজনক, পুষ্টিকৰ, শুক্ৰ আৰু স্তন বৃদ্ধিকাৰক। মূত্ৰ আৰু কফবৰ্দ্ধক ৰসায়ন। বায়ু, ৰক্তপিত্ত আৰু দাহ ৰোগৰ শান্তিকাৰক।

**ভূমি-চম্পক**— ভূমিচম্পা ফুল বঙলা ভূঁই-চাঁপা। Kaempferia rotunda. এই ফুলৰ মূৰা সাপৰ বিষনাশক আৰু ব্ৰণ-পাক কাৰক।

**ভূমিজ গুগ্‌গুলু**—কাশীত পাওা এবিধ গুগ্‌গুল। ই আশপুৰী গুগ্‌গুল নামে পৰিচিত। মধুৰ তিক্ত ৰস উষ্ণবীৰ্য্য আৰু কফ বাত নাশক।

**ভূৰ্জ্জপত্ৰ**—ভোজপাত নামে পৰিচিত এবিধ বিখ্যাত গছৰ ছাল। Betula Bhojpatra. ই হিমালয়ত জন্মে। গছৰ গুণ বলকৰ, কফ, পিত্ত, মেদ দোষ আৰু কৰ্ণ ৰোগত উপকাৰী। ভোজপাত শৰীৰত ৰাখিলে ভূতে স্পৰ্শ কৰিব নোৱাৰে।

**ভৃঙ্গৰাজ**—ভীমৰাজ বঙলা‌ত এ:কনাম। Calendulacea Verbisina. উষ্ণবীৰ্য্য, কষ্ম, বলকৰ, অগ্নিবৰ্দ্ধক আৰু ৰসায়ন। চূৰ্ণ, ছাল আৰু পাতৰ উপকাৰী ৰোগ নাশক। শ্বাস কাশ, ক্ৰিমি, শোথ, আমদোষ, পাণ্ডু, কণ্ঠ শ্বিত্ৰ নেত্ৰ আৰু শিৰোৰোগত উপকাৰী।

**ভৃষ্ট-তণ্ডুল**—মুৰি। ই পিত্তবৰ্দ্ধক আৰু কফ নাশক। মুৰিতকৈ ভজা চাউল বেছি গুৰুপাক।

**ভ্ৰামৰ**—মাখিমৌৰ চাকত যি মৌ হয় তাৰ নাম ভ্ৰামৰ ই কফ, শ্বাস, জ্বৰ আৰু ৰক্তপিত্ত প্ৰভৃতি ৰোগত বৰ উপকাৰী।

## [ম]

**মকুষ্টক, মকুষ্ঠ**-বনমুগ বঙলা বনমুগ। Phaseolus aconitifolius. ত্ৰিদোষ, ৰক্তপিত্ত আৰু ৰক্তদোষ নাশক।

**মখান্ন**—নিখেৰী বা নিখক বঙলা মাখনা। Euryale ferox. বল আৰু পুষ্টিজনক, কফ, বাত আৰু দাহ নাশক।

**মঞ্জিষ্ঠা**—সংস্কৃত বঙলা মঞ্জিষ্ঠা। Ruba Cordifolia. ব্রণ, মেহ, জ্বৰ নাশক, বিষঘ্ন, নেত্ৰৰোগত উপকাৰী।

**মজ্জফল**—বঙলা মাজুফল। এবিধ গছৰ পাতত ছিদ্ৰ কৰি এজাত পোকে কণী পাৰে আৰু সেই কণীবোৰত গছৰ এঠাই হাগুৰি ধৰাত এটা ফলৰ দৰে হৈ উঠে। যথা সময়ত কণীবোৰ জগি বাহিৰ হৈ যায়। এই বাঁহটোৰ নাম মজ্জফল। ই সঙ্কোচক, মল-ৰোধক, বলকাৰক, অতিসাৰ, গ্ৰহণী, আমাশয়, হৃদ্ৰোগ, মুখ আৰু দাঁতৰ ৰোগত উপকাৰী।

**মণ্ডুকপৰ্ণী**—সৰু মানমণি বঙলা থুলকুড়ি। Hydro-cotyle Asiatica. শীতবীৰ্য্য, সাৰক, মেধাজনক, মধুৰ বিপাক, আয়ুবৰ্দ্ধক ৰসায়ন। স্বৰবৰ্দ্ধক, স্মৃতিপ্ৰদ আৰু কাঁহ নাশক।

**মণ্ডুৰ**—লোহাচুৰ, লৌহকিট্ট বা লৌহমল নামেও উক্ত আছে। কমাৰে লো জুইত ৰঙাকৈ উত্তপ্ত কৰি কোবায় তেতিয়া বিবোৰ মল ওলায় সেয়ে মণ্ডুৰ। ই লোৰ দৰে গুণশালী কিন্তু যিমানে পুৰণি হয় সিমানে ই উপকাৰী হয়। এশ বছৰীয়া বা তাতকৈ বেছি দিনীয়া হলে উত্তম, আশী বছৰতকৈ বেছিদিনীয়া মধ্যম আৰু ষাঠি বছৰৰ হলে নিকৃষ্ট বুলি ধৰা হয়। লোৰ নিছিনাকৈ গৰুৰ মুতেৰে বটি গজপুতত পুৰিহে ঔষধত ব্যৱহাৰ কৰিব লাগে।

**মৎস্য**—মাছ। বহু ৰকমৰ মাছ জগতত আছে। বিভিন্ন ঠাইত বেলেগ বেলেগ মাছৰ গুণাগুণ বৰ্ণাবলৈ চেষ্টা কৰা হৈছে। মাছক কেবা শ্ৰেণীতো ভগাব পাৰি যেনে :—সৰু মাছ, ডাঙৰ মাছ, সাগৰৰ মাছ, নদীৰ মাছ, বিল বা পুখুৰীৰ মাছ ইত্যাদি। সকলো

মাছেই সাধাৰণতে মধুৰ ৰস, উষ্ণবীৰ্য্য, স্নিগ্ধ. গুৰুপাক, বল আৰু পুষ্টিকৰ, শুক্ৰবৰ্দ্ধক, কফ আৰু শুক্ৰজনক, শ্ৰান্তি নিবাৰক।

**মৎস্যাক্ষী**—হেলচী শাক বঙলা হিঞ্চে বা হেলঞ্চ। ই মধুৰ তিক্ত কষায় ৰস, শীতল, লঘুপাক, মলৰোধক, কফ, পিত্ত. ৰক্তদোষ আৰু কুষ্ঠাদি ৰোগত উপকাৰী।

**মনছুৰা**—সাউ্ৰন্ধা গছ, বিষদোষ নাশক।

**মদন**—মইন গছ, বঙলা ময়না গাছ Randia durmetorum. বমনকাৰক, কফ বাত আৰু ব্ৰণ নাশক।

**মধুক, মধুক**—মৌ বঙলা মধু। পুষ্পাসব, মাক্ষিক আদি সংস্কৃত নাম। Honey. উত্তেজক, বলকাৰক আৰু ধাতুপোষক।

**মধুকৰ্কোটিকা**--মিঠা ৰুকুমাটেঙা বঙলা মিষ্টনেবু বিশেষ। Citrus Decumana. ৰক্তপিত্ত নাশক, দাহ নিবাৰক ইয়াৰ মূল হাইজা নাশক।

**মধুজীৰক**—ভোগজীৰা, Pimpinella anisum. পিপাসা দাহ নিবাৰক, ত্ৰিদোষ নাশক, ৰুচিকৰ।

**মধুপৰ্ণী**--ৰুকুমাটেঙা বা ৰবাবটেঙা।

**মধুৰিকা**—গুৱামৰী বঙলা মৌৰী। Foeniculum vulgaris বাতপিত্ত দোষৰ শান্তিকাৰক, মুখৰোচক, প্লীহা আৰু ক্ৰিমি বিনাশক।

**মধ্যান্দিন**--ৰন্দুলি ফুলৰ গছ বঙলা বান্দুলি গাছ। Pentapetes Phoenicea. (বন্ধুজীৱ চাওক)

মধ্বালু—গোৱাআলু বঙলা মৌআলু। Dioscorea aculata. ৰক্তপিত্ত নাশক স্তন আৰু শুক্ৰবৃদ্ধিকৰ।

মন্দাৰ—মদাৰগছ বঙলা পালতেম দাৰ। (পাৰিভদ্ৰ চাওক)

ময়ুৰশিক্ষা—কুকুৰা জ' বঙলা লাল মোৰগফুল। Celosia Cristata· মূত্ৰকৃচ্ছ্ৰ ৰোগ নাশক।

ময়ুৰ—আজ্ঞাচিত বঙলা আপাঙ। (অপমাৰ্গ চাওক)

মৰিচ—জালুক বঙলা গোলমৰিচ। Piper Nigrum

মদ্গুৰ-মাগুৰমাছ। মধুৰৰস, গুৰুপাক, স্নিগ্ধ, শুক্ৰবৰ্দ্ধক আৰু মলৰোধক।

মদ্য—মদ, ফটিকা বা সুৰা, ইয়াৰ গুণাগুণ সৰ্ব্বজন বিদিত। ই নানাবিধ বস্তুৰ পৰা প্ৰস্তুত হয়। যি বস্তুৰ পৰা তৈযাৰ হয় সেই সেই বস্তুৰ অধিক গুণ বৰ্ত্তমান থাকে। ই অম্ল, মধুৰৰস, উষ্ণবীৰ্য্য, তীক্ষ্ণ, ৰুক্ষ, বিশদ অৰ্থাৎ কফ আৰু শুক্ৰহানি কাৰক, আশুকাৰী, ব্যায়াবী আৰু বিকাশী। সুৰাত উল্লিখিত গুণবোৰ থকা হেতুকে চিকিৎসকে ৰোগীক স্থান কাল ভেদে ইয়াক ব্যৱহাৰ কৰিবলৈ দিয়ে। উপযুক্ত খাদ্য সামগ্ৰীৰ লগত উপযুক্ত মাত্ৰাত সুৰা প্ৰয়োগ কৰিলে অগ্নি, বল আৰু ৰক্তাদি ধাতুৰ বৃদ্ধি হয় কিন্তু অধিক মাত্ৰাত ব্যৱহাৰ কৰিলে শৰীৰৰ ক্ষতি সাধিত হয়।

মৰুবক—গন্ধতুলসী বঙলা গন্ধতুলসী। Ocymum Caryophyllatum অগ্নিমান্দ্য আৰু চৰ্ম্মৰোগত উপকাৰী।

মৰ্কটি—বগা আজ্ঞাচিত বঙলা শ্বেত আপাঙ। (অপমাৰ্গ

চাওক।)

মল্লিকা—ভুটিমালীফুল বঙলা বেলাফুল। Jasminum Sambac. কুষ্ঠ, কণ্ডু, বিহকোঁহোৰা, শালমাইনা প্ৰভৃতি আৰু চকু-সম্বন্ধীয় ৰোগত উপকাৰী।

মসূৰ—মচুৰমাহ বঙলা মসুৰিকলায়। Vicia or Cicer-lens. শীতল, কষ্ম আৰু লঘুপাক, ইয়াৰ যুহ- ( juice ) মধুৰৰস, পুষ্টিকাৰক আৰু প্ৰমেহ নাশক। ভাজা মচুৰৰ যুষ-লঘুপাক, মল-ৰোধক, হৰ্ষকৰ, কফ, পিত্ত, ৰক্তদোষ আৰু বিষম জ্বৰত উপকাৰী।

মসূৰী—বগা তেউৰীলতা। (ত্ৰিবৃত চাওক)।

মহাকাল—কোৰাভাতুৰী বঙলা মাকাল। Citrulus Colocynthis. বিৰেচক, ইযাৰ গুটি কীটাদি নাশক

মহাকিৰাততিক্ত—মিচিমিতিতা বঙলা মিসিমিতিতা বা বড়চিড়েতা। Exacum bicolor. চিৰতাৰ নিচিনা গুণদায়ক।

মহাকোষাতকী—ধুন্দুলি বঙলা ধুন্দুল। Luffa Cylindrica. ৰক্তপিত্ত নাশক, পুষ্টিকৰ।

মহানিম্ব—মহানিমুগছ বঙলা নিমগাছ (বঙলা মহানিম্বক অসমীয়াত ঘোৰানিমুগছ বোলা হয়) Melia Azadiracta ( নিম্ব চাওক )

মহাবলা—সোণবৰিয়াৰ বা হালধিয়া ফুলৰ বৰিয়াল (বলা চাওক)

মহাভৰী—মহাবলীবচ বঙলা মহাভৰীবচ। Cuscuta Zerumbet. ৰুচিকাৰক, কণ্ঠ, হাওঁফাওঁ আৰু বুকৰ বিশুদ্ধতা

সম্পাদক।

**মহামেদা**—মৰাণআদা বঙলা মহামেদা। গুৰুপাক, পুষ্টিকৰ, স্তন, শুক্ৰ আৰু ৰুচি বৰ্দ্ধক। কফ, পিত্ত আৰু বাতিক জ্বৰত উপকাৰী।

**মহাৰ্দ্ৰক**—বনআদা বঙলা মহাদা। ই কটুৰস, অগ্নিবৰ্দ্ধক, মলৰোধক, কফ আৰু বায়ুনাশক অৰ্শৰোগত উপকাৰী।

**মহাশতাবৰী**—ৰবছাতাবৰী, যেছি আৰু ডাঙৰ ডাঙৰ শিপা থকা শতমূল জাতকে মহাশতাবৰী বোলে। ই শীতল, শুক্ৰ আৰু মেধাবৰ্দ্ধক ৰসায়ন। বাত, পিত্ত, কফ নাশক, অৰ্শ, গ্ৰহণী আৰু চকুৰ ৰোগ নাশক। ইয়াৰ গছবোৰ সাধাৰণ শতাবৰীতকৈ ডাঙৰ।

**মহাশালি**—ৰৰধান বঙলা মোটাশালি। ইয়াৰ চাউলৰ ভাত গুৰুপাক, বলকৰ, শুক্ৰবৰ্দ্ধক আৰু চক্ষুৰোগৰ উপকাৰী।

**মহাশ্ৰাৱনী, মহামুণ্ডী**—ৰবমানমুনি শাক বঙলা বড়থুলকুড়ি। Sphaeranthus Indicus সকলো মানমনিৰ দৰেই গুণকাৰী। গলগণ্ড, অপচী, মূত্ৰকৃচ্ছ্ৰ, ক্ৰিমি, যোনিৰোগ, পাণ্ডু ৰোগ, শ্লীপদ, অৰুচি, অপস্মাৰ, প্লীহা আৰু গুহ্যস্থ ব্যাধি বিনাশক বুলি মহৰ্ষি সকলে উক্ত কৰিছে।

**মহাসফৰ**—চেনিপুঠি মাছ। ই শীতল, ৰুচিকৰ, শুক্ৰ বৰ্দ্ধক, বায়ুজনক আৰু কফ-পিত্ত নাশক।

**মহিষ দুগ্ধ**— ম'হৰ গাখীৰ। মধুৰৰস, শীতল, গুৰুপাক, স্নিগ্ধ আৰু শুক্ৰবৰ্দ্ধক, কফ কাৰক, নিদ্ৰা আৰু তন্দ্ৰাজনক, শ্ৰান্তি নিবাৰক, ৰক্ত-পিত্ত আৰু দাহ-নিবাৰক।

**মহিষ দধী**—ম'হৰ দৈ। শীতল, শ্লেষ্মবৰ্দ্ধক, বাতপিত্তৰ প্ৰকোপক, ৰক্তদোষজনক। ৰক্ত আমাশয় ৰোগত উপকাৰী।

**মহিষ মাংস**—ইয়াৰ মঙহ মধুৰৰস, উষ্ণবীৰ্য্য, স্নিগ্ধ, গুৰুপাক, বলকৰ, শৰীৰৰ দৃঢ়তা সম্পাদক আৰু শুক্ৰবৰ্দ্ধক।

**মহেন্দ্ৰবাৰুণী** বা **ইন্দ্ৰবাৰুণী**—গৰোধীয়া তিয়ঁহ কটু-তিক্ত-ৰস, উষ্ণবীৰ্য্য, বিৰেচক, কণ্ঠ ৰোগত উপকাৰী।

**মাণ, মাণক**—মাণকচু বঙলাতো একেনাম। Arum Indicum. শোথঘ্ন, ৰক্তপিত্ত নাশক, বল, পুষ্টিকাৰক।

**মাতুলঙ্গ**—সোলঙাটেঙা বঙলা ছোলঙ্গনেবু। Citrus Acida or Medica.

**মাধৱী**—মাধৱীলতা, মাধৈমালতী বঙলা মাধবীলতা। Hiptage Madhabilata দাহ, শোথঘ্ন, পিত্ত, কাঁহ আৰু ব্ৰণ নাশক।

**মাৰিশ**—খুতৰা বা খুদনাশাক বঙলা নটেশাক। Amarandus oleraceomus শীতল, গুৰুপাক, বিস্তম্ভকাৰক, পিত্তনাশক ৰক্তৰোধক আৰু ব্ৰণনাশক। ৰঙা জাতীয় কাঁইটীয়া খুদনা জাত লঘুপাক আৰু ক্ষাৰ গুণ বিশিষ্ট।

**মাৰ্কৱ**—ভীমৰাজ। (ভৃঙ্গৰাজ চাওক)।

**মালতী**—মালতীফুল বঙলা মালতী। Agonosam Caryophyllata. কফ-পিত্তঘ্ন, ব্ৰণ, কুষ্ঠ আৰু ক্ৰিমি ৰোগত উপকাৰী।

**মালাদুৰ্ব্বা**—গাঁঠিয়া দুবৰিৰন, গেঁটেদূৰ্ব্বা। Panicum

acgytiacum. পিত্তনাশক আৰু বমি নিবাৰক।

**মাষ**—মাটিমাহ বঙলা মাষকলায়। Phaseolus radiatus. বলপুষ্টি আৰু শুক্ৰবৰ্দ্ধক। মেদ, কফ আৰু স্তন্যজনক বাতনাশক।

**মাষপৰ্ণী**—বনমাহ, যথিনীমাহ বঙলা মাষাণী। Teramunus labialis. মাহৰ পাতৰ দৰে এবিধ লতা, ই বলকৰ, দাহ আৰু জ্বৰ নাশক, শুক্ৰজনক।

**মিশ্ৰেয়া**—শলা বঙলা শুল্ফ হিন্দি সোআ। Foeniculum Vulgare. কফ, বাত, পিত্ত, প্লীহা আৰু ক্ৰিমি নাশক।

**মুক্তা**—মুকুতা বঙলা মুক্তা মৌক্তিক, শৌক্তিক, ভৌক্তিক, শুক্তি মণি, বিন্দুফল, অন্তসাৰ, লক্ষ্মী, মুক্তিকা, ইন্দুৰত্ন প্ৰভৃতি ইয়াৰ শাস্ত্ৰীয় নাম। শামুক, শঙ্খ প্ৰভৃতিৰ পেটত হাতী, ভেকুলী, সাপ, বেহুবৃক্ষ আৰু মাছৰ মূৰত ইয়াৰ উৎপত্তি হয়। ই পুষ্টিজনক, বলকৰ, শুক্ৰবৰ্দ্ধক, চকুৰ হিতকৰ, কান্তিজনক, ক্ষয় নিবাৰক আৰু বিষদোষ নাশক। জয়ন্তীফুলৰ পাতৰ ৰসত মাৰি পুত পাকত পুৰিলে মুক্তা জাৰিত হয়।

**মুক্তাশুক্তি**—যি শামুকৰ পেটত মুকুতা জন্মে। ইয়াৰ চূণ অগ্নিবৰ্দ্ধক, ৰুচিকৰ, শ্বাস, হৃদ্ৰোগ আৰু শূলৰোগত উপকাৰী।

**মুচুকুন্দ**—ভূটমালী বা দোৱামালী ফুলৰ গছ। Pterospermum Suberifolium. ইয়াৰ শিপা কফ নাশক, ফুল শিৰোৰোগত উপকাৰী।

**মুঞ্জ**—মথা বঙলা মুঞ্জতৃণ। Saccharum munja. দাহ, তৃষ্ণা, বিসৰ্প আদি ৰোগ নাশক, আমদোষ, গ্ৰহদোষ আৰু কফ

পিত্তাদি দোষত উপকাৰী।

**মুণ্ডিতিকা**—মৰমৰতি টেঙা বঙলা মুণ্ডিৰী বা মহমৰিয়া Sphaeranthus Indicus. Syn: S. Hirtus. প্ৰ’দৰ, গলগণ্ড আদি ৰোগত উপকাৰী।

**মুদ্গ**—মুগ বঙলাতো একেনাম। Phaseolus mungo. শ্লেষ্ম, পিত্তনাশক, পুষ্টি আৰু শুক্ৰবৰ্দ্ধক, শোথ নাশক। মুগৰ যুষ অৰ্থাৎ কেঁচা মুগৰ ডাইল চাৰিগুণ পানীত সিদ্ধ কৰি সেই ৰস ভাগ উলিয়াই ললে তাৰ গুণ :—শীতল, লঘুপাক’ ৰক্তপৰিষ্কাৰক ত্ৰিদোষ নাশক, অৰুচি, সন্তাপ, জ্বৰ আৰু পিত্ত বিকাৰত উপকাৰী। সৈন্ধব লোনেৰে মিহলি কৰি এই যুষ সকলো ৰোগতে পথ্য দিব পাৰি। কলা মুগ, হালধিয়া মুগ, বগা মুগ, ৰঙা মুগ আদি ইয়াৰ বহুবিধ আছে। ইয়াৰ ভিতৰত কলা জাতীয় অৰ্থাৎ অসমত উৎপন্ন হোৱা বিধেই বেছি লঘুপাক আৰু গুণকাৰী।

**মুদ্গপৰ্ণী**—বনমুগ বঙলা মুগানী। Phaseolus Trilobus. জ্বৰ আৰু দাহ নাশক, শোথ নাশক, শুক্ৰপ্ৰদ।

**মুদ্ৰাশঙ্খ**—মুদ্ৰাশঙ্খ নামক খনিজ পদাৰ্থ। ইয়াৰ গুণ সঙ্কোচক, বেছিদিনীয়া ঘা আদিত ইয়াৰ মলম কৰি লগালে শুকায়।

**মুনিনিৰ্ম্মিত**—ভেণ্ডি গছ। (ডিণ্ডীশ চাওক)

**মুৰামাংসী**--মুৰামাংসী বঙলাতো একেনাম। Murraya exotica. কফ, পিত্ত আৰু জ্বৰ নাশক, শ্বাস, কাঁহ আৰু তেজৰ বিকৃতিত উপকাৰী। ই ভূতে ধৰাতো উপকাৰী।

**মুষলিকা, মুষলী**—গৰোখীয়া তামোল বা বনতামোল

বঙলা তালমূলী। Curculigo Orchioides. অৰ্শ, প্ৰমেহ আৰু ধ্বজভঙ্গ ৰোগত উপকাৰী।

**মুষ্কক**—ঘণ্টাপাৰলীৰ গছ। (ঘণ্টাপাটলি চাওক)

**মুস্তক**—মাটিকঁয়া বঙলা মুঠা। Cyparus rotundus. পাচক, পিত্ত আৰু জ্বৰ নাশক।

**মুস্তঃবৰ্চ্চা** বা **মুস্তুঃবৰ্ষী**—এবিধ সৰু দৰৰ গছ। ই বমনকাৰক, বিৰেচক আৰু বাত শ্লেষ্মনাশক, ইয়াক বতি শৌচদ্বাৰত প্ৰলেপ দিলে সৰু লৰা-ছোৱালীৰ শৌচ হয।

**মূৰ্ব্বা**—খোপা বন্ধা পাতেৰে যেনুত গুণ দিব পৰা এবিধ লতা বঙলা শোচমুখী। Sansevieria Zeylanica. ৰক্তপিত্ত, মেহ, ত্ৰিদোষ, তৃষ্ণা, হৃদ্ৰোগ আৰু জ্বৰ নাশক।

**মূলক**—মূলা বঙলাতো একেনাম। Raphanus Sativus, Syn. Radish. ৰুচিকৰ, দীপন, বাতনাশক, অৰ্শ, গুল্ম শোথ নিবাৰক।

**মুষিকপৰ্ণী**—ৰবপুণি বঙলা ইন্দুৰকাণী। Salvina Cucullata. কফ আৰু পিত্তনাশক, আনাহ, জ্বৰ আৰু শূলৰোগত উপকাৰী।

**মেথি, মেথিকা**—মিথি বঙলা মেত্তি Trigonella foemum Graccum. দীপন, বাতনাশক, বলকাৰক।

**মেদা**—শাস্ত্ৰীয় অষ্টবৰ্গৰ এবিধ বনৌষধি। ই বলকৰ, পিত্ত, দাহ আৰু ক্ষয় কাঁহ নাশক, শুক্ৰবৰ্দ্ধক। ইয়াৰ অভাৱত অশ্বগন্ধা দিয়া হয়।

মৃগ—পহু। ইয়াৰ মঙহ শীতবীৰ্য্য, মলমূত্ৰ ৰোধক, অগ্নি-দীপক, লঘু আৰু ত্ৰিদোষ নাশক।

মৃগনাভি—কস্তুৰী বা গন্ধকলাই। উষ্ণবীৰ্য্য, শুক্ৰ আৰু বলবৰ্দ্ধক, গুৰুপাক, ঘৰ্ম্ম আৰু মূত্ৰকাৰক, কামোদ্দীপক। কফ, বাত বমি, বিষ, দুৰ্গন্ধ, ক্ষয়, বাতবিকাৰ আৰু হিকা (হেকতি) নাশক।

মৃগশৃঙ্গ—পহুৰ শিং। ইয়াৰ শিঙৰ ভস্ম হৃদ্ৰোগ আৰু শূলৰোগ নাশক। সৰু লৰা ছোৱালীৰ কফ আৰু পানী লগাতো উপকাৰী।

মৃগেৰ্ব্বাৰু—বগা বৰণৰ গৰোখীয়া তিয়ঁহ। ইয়াৰ ফল অতিশয় গুৰুপাক আৰু অগ্নিমান্দ্যকাৰক। ই ৰক্তপিত্ত নাশক।

মৃণাল—পদুমৰ নলাৰ মাটিত থকা থিনি অৰ্থাৎ মূল ডোখৰ ই শীতল, গুৰুপাক, কষ্ম, মলৰোধক, শুক্ৰবৰ্দ্ধক, স্তন্যজনক, বাত আৰু শ্লেষ্মকাৰক, পিত্ত, দাহ, তেজেৰতিওৱা আৰু মূত্ৰকৃচ্ছ্ৰৰ উপকাৰী।

মেষ—ভেড়াছাগলী। ইয়াৰ মঙহ শীতল, গুৰুপাক, পুষ্টিকৰ আৰু পিত্তশ্লেষ্মবৰ্দ্ধক। ইয়াৰ গাখীৰ পুষ্টিকৰ, কফ আৰু পিত্তবৰ্দ্ধক, বায়ুনাশক আৰু শ্বাস ৰোগত উপকাৰী।

মেষশৃঙ্গী—ছাগলী শিঙীয়া বঙলা মেৰাশিঙী। শ্বাস, কাঁহ, ব্ৰণ আৰু চকুৰ বেমাৰত উপকাৰী।

মোচৰস—শিমলুৰ আঠা। শীতবীৰ্য্য, মলৰোধক, বলকৰ, পুষ্টি আৰু শুক্ৰবৰ্দ্ধক, বৰ্ণ পৰিষ্কাৰক, ৰসায়ন। কফ, বায়ু ৰক্তদোষ, আমদোষ আৰু গ্ৰহণী ৰোগৰ শান্তিকাৰক।

# [য]

**যজ্ঞাঙ্গা**—এৰাডিমৰ উৎস্থৰ চাওঁক।

**যমানিকা**—যাওন বঙলা যমানী, Lingusticum Ajowan Syn. Ptychotis. অগ্নিবৰ্দ্ধক, পাচক, ৰুচিকৰ, পিত্তবৰ্দ্ধক, বায়ুনাশক, কফ আৰু শুক্ৰহানিবাৰক, শূল, অজীৰ্ণ, গুল্ম, প্লীহা, উদৰ ক্ৰিমি আৰু মলমূত্ৰৰোধত উপকাৰী।

**যব**—যৱধান বা গমধান বঙলা যৱধান। Hordeum hexastichon, Syn. Barley. বলকৰ, শীতল, কফনাশক, পিত্ত, কাঁহ, শ্বাস, মেদোদোষ, উৰুস্তম্ভ, প্ৰমেহ, পীনস আৰু চৰ্ম্ম ৰোগৰ উপকাৰী।

**যৱতিক্তা**—কল্পনাথ তিতা বঙলা কালমেঘ, বিৰেচক, অগ্নিবৰ্দ্ধক, ৰুচিকৰ, ক্ৰিমি, কুষ্ঠ, ৰক্তদোষ, বিবৰ্ণতা আৰু আমদোষ নাশক।

**যৱমণ্ড**—যৱধান সিজাই কাপোৰেৰে চেকি ললে তাকে যৱমণ্ড বোলা হয়। এই মণ্ড লঘুপাক, আনাহ (মলমূত্ৰৰোধক পীড়া) শূল আৰু ত্ৰিদোষ নাশক।

**যৱাসক**—দুৰালভা বঙলা দুৰালভা। Alhagi Maurorum. বাতপিত্ত জ্বৰ আৰু গুল্ম আদি নাশক।

**যশস্বিনী**—কপাল ফুটা লতা। জ্যোতিষ্মতী চাওঁক।

**যষ্টিমধু**—জেঠমধু বা যষ্টিমধু নামৰ এবিধ গছৰ শিপা। বঙলা যষ্টিমধু, Glycyrrhiza Galbra Syn. Liquorice.

শীতল, স্নিগ্ধ শুক্রবৰ্দ্ধক চুলি আৰু চকুৰ উপকাৰী। ই স্বৰ পৰিষ্কাৰক, বলবৰ্দ্ধক পিত্ত বমি, তৃষ্ণা, গ্লানি, কাঁহ ক্ষয়, ব্ৰণ, শোথ আৰু বিষ দোষত উপকাৰী।

**যাবনাল**—মাকৈজহা বঙলা জনাৰ Zea Maize. মধুৰ ৰস, গুৰুপাক কফি বল আৰু শুক্ৰবৰ্দ্ধক, ত্ৰিদোষ নাশক। অৰ্শ, গুল্ম, ব্ৰণ আৰু ক্ষয় ৰোগত উপকাৰী।

**যাবনালশৰ**—কাউৰমণি বা কোৱামণি। ইয়াৰ গছ পিত্ত আৰু তৃষ্ণা ৰোগত উপকাৰী। ইয়াৰ শিপা তিনি ডোখৰ ডিবোতাৰ বাও হাতৰ কেঞা আঙুলীৰ পাৰ জুখি তামোলৰ লগত খালে গাৰ সৰু মোৰা বেমাৰ আৰোগ্য হয়।

**যুথিকা**—যুতী ফুল বঙলা যুঁই। Jasminum auriculatum. পিত্তনাশক তৃষ্ণা আৰু চৰ্ম্ম ৰোগত উপকাৰী।

**যুষ**—চাউল আদি খাদ্য শস্য চাৰি গুণৰ পৰা ১৮ গুণ পানীত সিদ্ধ কৰি যি ৰস প্ৰস্তুত কৰা হয় তাকে যুষ বোলা হয়। ৰোগীক পথ্য দিলৈ দহ গুণে উত্তম।

# [ৰ]

**ৰক্ত**—তেজ। অসৃক, ৰুধিৰ লোহিত অস্ৰ, শোণিত, পলঙ্কাৰ, ৰঙ্গক, কীলাল, অজত্ৰ, শোণ, লোহ, বাসিষ্ট ক্ষতজ, প্ৰাণদ ইত্যাদি তেজৰ শাস্ত্ৰীয় নাম। সপ্ত ধাতুৰ ভিতৰত তেজ এটি অন্যতম ধাতু। শৰীৰৰ সকলোতে তেজ বিদ্যমান আছে। তেজৰ হানি নাইবা দূষিত হলে নানা ৰকম বেমাৰে পীড়া কৰে ক্ৰমে।

যকৃৎ আৰু প্লীহাত সাধাৰণত তেজ থাকে আৰু হুচহুচ বা হাওফাওৰ শ্বাস প্ৰশ্বাস ক্ৰিয়াৰ দ্বাৰাই শৰীৰৰ দুষিত তেজ বিশোধিত হয় ।

**ৰক্তোৎপল**—ৰঙা ভেঁটফুল বঙলা ৰক্তকমল, শীতল, ৰক্তদোষ নাশক, শুক্ৰবৰ্দ্ধক, ত্ৰিদোষ নাশক।

**ৰক্তকৰবীৰ**—ৰঙা কৰবীৰ ফুল। ই বমি আৰু বিৰেচন কাৰক , বিষনাশক। ইয়াৰ ছাল প্ৰলেপ দিলে ব্ৰণ, কণ্ডু, বিষদোষ আৰু কুষ্ঠৰোগত উপকাৰ হয়। ইয়াৰ শিপা আৰু মূলভাগ বিষাক্ত।

**ৰক্ত কাঞ্চন**—ৰঙা কাঞ্চন বঙলা ৰক্ত কাঞ্চন। Bauhinia Variegata. ছালৰ গুণ পৰিবৰ্ত্তক, বলকাৰক, সঙ্কোচক ঘা আৰু নানাবিধ চৰ্ম্ম ৰোগত উপকাৰী।

**ৰক্তকুৰুণ্টক**—ৰঙা বাণীফুল বঙলা লালঝাঁটী। Barlaria Cristata. বিষ আৰু দন্ত-ৰোগ নাশক। কফ, পিত্ত, জ্বৰ, শ্বাস কাঁহ আৰু শূল ৰোগত উপকাৰী।

**ৰক্ত চন্দন**—ৰঙা চন্দন, বঙলা ৰক্ত চন্দন। Pterocarpus Santalinus. Syn. Red Sendal wood. শীতল, জ্বৰ নাশক, পিত্ত, ৰক্ত, তৃষ্ণা, বমি ব্ৰণ, বিষদোষ আৰু চকুৰ দোষৰত উপকাৰী।

**ৰক্তচিত্ৰক**—ৰঙা আজ্ঞাচিত বঙলা লাল চিতা। Plumbago rosea. ৰসায়ন, কুষ্ঠঘ্ন আৰু দীপন।

**ৰক্তত্ৰিবৃৎ**—ৰঙা তেউৰী লতা বঙলা লাল তেউৰী। মলবদ্ধতা আৰু শূলনাশক বিৰেচক।

**ৰক্তপদ্ম**—ৰঙা পদুম, শীতল শীতপিত্ত আৰু ৰক্ত-দোষ নাশক।

**ৰক্তপুনৰ্ণবা**—ৰঙা পুনৰ্ণবা বা পুনোনোৱা শাক বঙলা গাদাপুন্যে শাক। সাৰক, পিত্ত, পাণ্ডু, শোথ আৰু প্ৰদৰ ৰোগত উপকাৰী।

**ৰক্তঝাবুক**—ৰঙা ঝাওবন বঙলা লাল্‌ঝাউ। Tamarix diosica. ই মৃদু, বিৰেচক।

**ৰক্তপোস্ত**—ৰঙাজাতীয় আফুগছ। ইয়াৰ ফুল সৰু লৰা-ছোৱালীৰ বাঁহত উপকাৰী।

**ৰক্তশালি**—ৰঙা বৰণৰ শালিধান। Oryza Sativa ত্ৰিদোষ নাশক, শুক্ৰবৰ্দ্ধক, চকুৰ হিতকাৰী।

**ৰক্তালু**—বিলেতি আলু বঙলা লালআলু। Dioscorea purpurea. পুষ্টিজনক, বলকৰ, ভ্ৰম, পিত্ত আৰু দাহ নাশক।

**ৰক্তৈৰণ্ড**—ৰঙা এৰা বঙলা লাল ভেৰেণ্ডা। Ricinus communis. পাত-স্তন্যবৰ্দ্ধক, মূল-জ্বৰনাশক, বিৰেচক, তেল-বিৰেচক।

**ৰক্তযষ্টিকা**—মাজাঠি। (মঞ্জিষ্ঠা চাওক)

**ৰঙ্গলতা**—কঁহলতা বঙলা আৎমোড়া। Helicteres Isora. ই শূলনাশক।

**ৰজঃ**—সৰ্জ্জিবা বা শেতকপবা। (পৰ্প্টক চাওক)

**ৰজণীগন্ধা**—ৰজণীগন্ধা নামক ফুল। ইয়াৰ গছ আৰু ফুল অতিশয় মাদক।

**ৰত্ন**—শাস্ত্ৰত উল্লেখ কৰা ৯ বিধ মনি মুক্তা যেনে :—হীৰা, পান্না, পুষ্পৰাগ, মানিক; ইন্দ্ৰণীল, মৰকত, গোমেদ বা বৈদুৰ্য্য, মুক্তা

আৰু প্ৰবাল। এই ৰত্ন মাত্ৰকেই শৰীৰত ৰাখিলে আয়ু, মঙ্গল, প্ৰীতি আৰু ওজোগুণ বৰ্দ্ধিত হয়।

**ৰসকৰ্পূৰ**—পাৰদ ভস্ম। Perchloride of mercury. শাস্ত্ৰীয় নিয়মে প্ৰস্তুত কৰা বিশুদ্ধ পাৰদ ভস্ম উপদংশ, কুষ্ঠ আৰু ব্ৰণ নাশক।

**ৰসাঞ্জন**—ৰসাঞ্জন নামক এবিধ ধাতু। যামি টেঙাৰ ৰসত এদিন মাৰি ৰ'দত শুকাই ললে ৰসাঞ্জন শোধিত হয়। শ্লেষ্মা ৰক্তপিত্ত, চক্ষুৰোগ, ব্ৰণ, বিষদোষ নাশক ৰসায়ন।

**ৰসাল**—আম। (আম্ৰ চাওক)

**ৰসোন**—নহৰু বা লহুৰ বঙলা ৰস্থন। Allium Sativum. Syn. Garlic. গুৰুপাক, উষ্ণবীৰ্য্য, বলকৰ, শুক্ৰবৰ্দ্ধক স্বৰ আৰু বৰ্ণকাৰক, ভগ্নস্থানৰ সংযোজক, জ্বৰ, অজীৰ্ণ, হৃদ্ৰোগ, অৰুচি, গুল্ম, আমবাত, শোথ আৰু ক্ৰিমিৰোগত উপকাৰী।

**ৰাগৰাগুৱ**—আমৰপৰা তৈয়াৰী কৰা এবিধ খাদ্য। কেঁচা আম কাটি আমঠু পেলাই দি সৰু টুকুৰা কৰি ঘিউত ভাজি লব আৰু তাৰ পাচত চেনিৰ পানীত সিজাই ললে এই খাদ্য প্ৰস্তুত হয়। ইয়াতে এলাচি দালচেনিৰ গুৰিও দিব পাৰি। ই পুষ্টিকৰ, বলবৰ্দ্ধক, গুৰুপাক, অৰুচি নাশক, ৰক্তদোষ আৰু বাতপিত্ত নাশক।

**ৰাগী**—কাণিধান বা কাংণীধান বঙলা মকৰা। Eleusine coracana, ই শীতবীৰ্য্য, বলকৰ, পিত্তনাশক।

**ৰাজকোষাতকী**-ধুন্দুলি বা নিলাজী বঙলা ধুন্দুল, Luffa Cylindrica. শীতল, অগ্নিবৰ্দ্ধক, শ্বাস, কাঁহ আৰু ক্ৰিমি ৰোগত

উপকাৰী।

**ৰাজশাক**—পাৰ্ব্বতীশাক বঙলা ৰাজশাক। বলকৰ আৰু কফ-পিত্ত নাশক।

**ৰাজজম্বু**—বৰজাম বা জামু বঙলা বড়জাম। (জম্বু চাওক)

**ৰাজতৰণী**--শেউতী বা শ্বেত গোলাপফুল। চকু নমা, চকু ৰঙা পৰা আদি নানাবিধ চকুৰ বেমাৰত উপকাৰী। ভালকৈ ফুলা গোলাপফুল পৰিষ্কাৰ পানীত কিছুবেলি পেলাই থৈ (তাৰ ৰেণু-বোৰ যাতে পানীৰ লগত মিহলি হয়) সেই পানী চকুত দিব লাগে।

**ৰাজপলাণ্ডু**--ডাঙৰ জাতীয় পিয়াজ। (পলাণ্ডু চাওক)

**ৰাজমাষ**--অসমীয়াত বঙলামাহ, বা অহৰকলাই বোলে বঙলা বৰবটী। Dolichos Sinensis. ই ৰুচিকৰ, সাৰক, বলকৰ, স্তন্যজনক। বায়ু, কফ, শুক্ৰ আৰু অম্লপিত্তকাৰক। ৰঙা, বগা আদি ইয়াৰ কেবাবিধো আছে। গুণৰ বিশেষ পাৰ্থক্য নাই।

**ৰাজসৰ্ষপ** কলা সৰিয়হ, বঙলা কালা সৰিষা, Brassica Juncea. বাত আৰু শূল নিবাৰক। পিত্ত আৰু দাহজনক। তেল--কুষ্ঠ, কণ্ডু আৰু ব্ৰণ আদি চৰ্ম্মৰোগ নাশক। সৰিয়হৰ কুমলীয়া শাক--লঘুপাক, ত্ৰিদোষ নাশক, গ্ৰহণী আৰু অৰ্শ ৰোগত উপকাৰী।

**ৰাজাদনী**—লেটুক বা লেটেকু বঙলা ক্ষিৰণী, ক্ষীৰখেজুৰ। Mimusops hexandra. তৃপ্তিজনক, বল-পুষ্টি আৰু শুক্ৰবৰ্দ্ধক, পিত্তকাৰক, তৃষ্ণা, শ্ৰান্তি, মত্ততা, ক্ষয়ৰোগ, প্ৰমেহ আদি ৰোগত উপকাৰী।

**ৰাজাম্ৰ**—কজলী আম। ইয়াৰ কেঁচাৰ গুণ--কফ, বায়ু, ৰক্তদোষ, শ্বাস আৰু পিত্তবিকাৰ উৎপত্তি কাৰক। দাহকীয়া বিধো কৃমিবিধৰ দৰে বহু দোষ জনক। পকা আম--মধুৰৰস, শীতবীৰ্য্য গুৰুপাক, শুক্ৰবৰ্দ্ধক, ত্ৰিদোষ, তৃষ্ণা, দাহ, শ্ৰান্তি, শ্বাস আৰু অৰুচি নাশক।

**ৰাজাৰ্ক**—বগা আকন গছ। (অৰ্ক আৰু অলৰ্ক চাওক)

**ৰাজালাবু**—বাভীকোমোৰা, ৰঙালাউ বঙলা মিঠাকুমৰা। ই মধুৰ ৰস, শীতল, গুৰুপাক, কফবৰ্দ্ধক, শুক্ৰবৰ্দ্ধক, পুষ্টিকৰ, পিত্ত আৰু বায়ুনাশক।

**ৰাজিকা**—সকলাই বঙলা ৰাই-সৰিষা। Brassica Nigra. গুটি- উষ্ণবীৰ্য্য, তীক্ষ্ণ, অগ্নিবৰ্দ্ধক, কফ, পিত্তনাশক, ক্ৰিমি আৰু চৰ্ম্মৰোগ নাশক। গুটিৰ তেল--চৰ্ম্মৰোগ নাশক। শাক--কফনাশক, অগ্নিবৰ্দ্ধক আৰু ক্ৰিমি নাশক।

**ৰামসেন**--চিৰতা তিতা। (কিৰাত চাওক)

**ৰাল**--শালধুনা বঙলা ধুনা। Mimosa Rubicaulis. ই শীতল, স্নিগ্ধ, মলৰোধক, বাত-পিত্ত নাশক, জ্বৰ, অতিসাৰ, শূল, স্ফোটক, কণ্ডু, ব্ৰণ, ৰক্তস্ৰাব, প্ৰদৰ আৰু ঘৰ্ম্মনিৰ্গম নিবাৰক। জুয়ে পোৰাত ধুনা লিপি দিলে পোৰণি কমে।

**ৰাস্না**—কপৌফুল বঙলা ৰাস্না। Vanda Roxburghii. আমদোষ, বাত, বাতৰক্ত আৰু কুষ্ঠনাশক, জ্বৰ, কাঁহ, শোথ, শ্বাস, শূল আৰু বিহ খোৱাত উপকাৰী।

**ৰীঠা**—হাইঠা বঙলা ৰীঠা বা ৰিঠে। Sapindus Muk-

orassi বমনকাৰক, কফ আৰু বায়ু নাশক, ব্ৰণ দোষত উপকাৰী। ইয়াক শৰীৰত ৰাখিলে গ্ৰহশান্তি হয়।

**ৰুদন্তী**—বুটমাহৰ আকৃতিৰ এবিধ সৰু জুপুৰী গছ। ভাৰকালি ইয়াৰ পাতৰ পৰা পানী ওলায় দেখি ইয়াৰ নাম ৰুদন্তী। অগ্নি আৰু শুক্ৰবৰ্দ্ধক, পিত্তনাশক ৰসায়ন, ৰক্তপিত্ত, মেহ, ক্ষয়ৰোগ, কুষ্ঠ, শ্বাস আৰু ক্ৰিমি ৰোগত উপকাৰী।

**ৰুদ্ৰজটা**—সন্ন্যাসীজটা লতা বঙলা শঙ্কৰজটা। শ্বাস, কাঁহ, হৃদ্ৰোগ আৰু ভূতে ধৰাত উপকাৰী।

**ৰুদ্ৰাক্ষ**—ৰুদ্ৰাক্ষ এবিধ প্ৰসিদ্ধ গছৰ ফল। ইয়াৰ গছ তৃণমেৰু অমৰ আৰু পুষ্পচামৰ নামে খ্যাত। ৰুদ্ৰাক্ষ গুটিক শাস্ত্ৰত শিৱাক্ষ, ভূতনাশন, পাবন, নীলকণ্ঠাক্ষ, হৰাক্ষ আৰু শিৱপ্ৰিয় আদি বোলা হয়। ই উষ্ণবীৰ্য্য, ৰুচিকৰ, কফ আৰু বায়ুনাশক, ক্ৰিমি, শিৰোৰোগ, বিষদোষ আৰু ভূতে ধৰাত উপকাৰী।

**ৰেণুকা**—জালুকৰ নিচিনা এবিধ সৰু গুটি বঙলাত ৰেণুক Piper Aurantiacum. পিত্ত আৰু অগ্নিবৰ্দ্ধক, পাচক, মেধাজনক। গৰ্ভপাতকৰ, অঙ্গৰ বিকলতা, তৃষ্ণা, কণ্ডু আৰু বিষদোষ নাশক।

**ৰেৱন্তী**—পাতেগজা বা পাতপালেং। (অশ্মন্তক চাওক)

**ৰোচনী**—পদ্মা বা পুদিনা শাক। Viridi. ৰুচিকৰ, শোথ নাশক, পাচক, ৰসায়ন।

**ৰোচনা**—বংশলোচন নামক এবিধ বাঁহৰ ভিতৰত হোৱা কৰ্পূৰৰ দৰে চূন জাতীয় বস্তু। (বংশলোচন চাওক)

**ৰোহিতক**—বান্দৰপেলা গছ, সৰগজুটা গছ বঙলা

ৰোহিতক। Andersonia Rohitaka. ই শীতল, স্নিগ্ধ, ৰুচিকৰ ৰক্ত পৰিষ্কাৰক, প্লীহা, যকৃৎ, গুল্ম, ক্রিমি, ব্রণ, নেত্ৰৰোগ আৰু উদৰ ৰোগত উপকাৰী।

**ৰোহিত মৎস্য**—ৰৌ মাছ বঙলা ৰুইমাছ। গুৰুপাক, স্নিগ্ধ, বলকৰ, বীৰ্য্যবৰ্দ্ধক, বায়ু আৰু অৰ্দ্দিতবাত ব্যাধিত অহিতকাৰী।

**ৰৌপ্য**—ৰূপা। Silver. ৰজ, শুভ্ৰ, বসুশ্ৰেষ্ঠ, ৰুধিৰ, চন্দ্ৰলোহক, ৰূপ্যক, ধৌত, চন্দ্ৰহাস, অকুপ্য, দুৰ্ব্বৰ্ণক, খৰ্জ্জুৰ, ৰাজৰঙ্গ, শ্বেত, ৰঙ্গবীজ, লোহৰাজক আৰু কলধৌত আদি ইয়াৰ শাস্ত্ৰীয় নাম। বাতপিত্ত আৰু প্ৰমেহ নাশক, বয়স্থাপক, ফুচফুচৰ ক্ৰিয়াবৰ্দ্ধক।

## [ল]

**লকুচ**—ডেৱাগছ বঙলা ডেলোমান্দাৰ। ইয়াৰ ছাল উষ্ণবীৰ্য্য, মলৰোধক, কফনাশক, পকা ফল কফ, অগ্নি আৰু শুক্ৰ-বৰ্দ্ধক, গুৰুপাক কেঁচা ফল ত্ৰিদোষ, ৰক্তদোষ আৰু চকুৰ অপকাৰী।

**লঘুদন্তী**--সৰু জাতৰ সুন্দৰপথাল বা সুন্দৰী পথিলা গছ। গছৰ মূল বিৰেচক, তীক্ষ্ণ আৰু অগ্নিবৰ্দ্ধক। কফ, পিত্ত, ৰক্তদোষ, শোথ, উদৰ, ক্ৰিমি, অৰ্শ, শূল আদি ৰোগৰ উপশম কাৰক। ইয়াৰ গুটি মলমূত্ৰ বিৰেচক আৰু গলৰ শোথ নাশক।

**লঘুপঞ্চমূল**—বিয়নী সাবটা, মাইথাতী, তিৎভেকুৰি, কণ্টকাৰী আৰু গোক্ষুৰ এই পাঁচবিধৰ মূলৰ শাস্ত্ৰীয় নাম লঘুপঞ্চমূল। ইয়াৰ গুণ মলৰোধক, পুষ্টিকৰ, বাত পিত্ত নাশক, জ্বৰ, শ্বাস আৰু পাথৰী ৰোগত উপকাৰী।

**লঙ্কা**—ঘাটিকলাই বা কলাগাহ। ( ত্রিপুট চাওক )

**লঙ্কামৰিচ**—জলকীয়া, ভজালুক বঙলা' লঙ্কা। অগ্নি-বৰ্দ্ধক, কফনাশক, প্ৰায় সকলো ৰোগতেই অপকাৰী।

**লজ্জালু**—লাজুকীলতা, আদাৰমালতী বঙলা লজ্জাবতী। Mimosa pudica. ই কটুৰস আৰু শীতল গুণ সম্পন্ন। পিত্তাতিসাৰ, শোথ, দাহ, শ্ৰম, ব্ৰণ, কুষ্ঠ, কফ আৰু ৰক্তদোষ নাশক।

**লতাকস্তুৰী**--বনকপাহী বঙলা লতাকস্তুৰী। Hibiscus Abelmoschus. পুষ্টিজনক, শীতল আৰু চকুৰ হিতকৰ। ইযাৰ মূল আমদোষ নাশক।

**লতাকৰঞ্জ**—লতাৰগুটি বঙলা লতাকৰঞ্জ। ইয়াৰ পাত বায়ু আৰু কফ নাশক, গুটি-- অগ্নিবৰ্দ্ধক, শূল, গুল্ম আৰু বেদনা নাশক।

**লতাপনস**--তৰমুজ।

**লতাফল**--পটল। পটোল চাওক।

**লবঙ্গ**—লং বঙলা লবঙ্গ। Garyophyllus aromaticus. Syn. Cloves. ই তীক্ষ্ণ, লঘুপাক, পাচক, অগ্নিবৰ্দ্ধক, ৰুচিকৰ, ত্ৰিদোষ নাশক, চকুৰ হিতকাৰী, মুখৰ দুৰ্গন্ধ, তৃষ্ণা, বমি, মলমূত্ৰ ৰোধ, শূল, কাঁহ, শ্বাস, হেকতি, ক্ষয় আৰু শিৰোৰোগনাশক।

**লবঙ্গতৈল**—লঙৰ পৰা হোৱা তেল। দাঁতৰ ৰোগ আৰু গৰ্ভৱতী তিৰোতাৰ বমিত উপকাৰী।

**লবন**--লোন। Salt. ই শীতল গুন সম্পন্ন, লঘুপাক, তীক্ষ্ণ, পাচক অগ্নিবৰ্দ্ধক, ৰুচিকৰ, শৰীৰ শিথিল কাৰক।

লবনী—আতৈফল, বঙলা নোনা আতা। শীতল, স্নিগ্ধ, কফ বৰ্দ্ধক, বাত পিত্ত নাশক।

লবলী—হলফলি বা পৰাগলথী, বঙলা নোৱাল। কষা আৰু গুৰুপাক, ৰুচিকৰ, অৰ্শ আৰু কফ পিত্ত নাশক।

লক্ষ্মণামূল—নাগিনী পাত, বঙলা লক্ষণামূল। ই মধুৰ ৰস, শীতল, ত্ৰিদোষ নাশক বলকৰ ৰসায়ন, তিৰোতাৰ বন্ধ্যাদোষ নাশক।

লাঙ্গলী—নাঙলভঙা, বঙলা বষলাঙ্গুলীয়া বা ঈশলাঙ্গলা, Gloriosa Superba. উষ্ণবীৰ্য্য, তীক্ষ্ণ, ক্ষাৰগুণযুক্ত, সাৰক, লঘুপাক, পিত্তবৰ্দ্ধক, শ্লেষ্ম নাশক, গৰ্ভপাতক, কুষ্ঠ, ব্ৰণ শোথ, শূল আৰু অৰ্শ ৰোগৰ উপকাৰী।

লাজা—আখৈ, বঙলা খৈ। ই মধুৰ ৰস, কষা, লঘুপাক, শীতল, অগ্নিবৰ্দ্ধক, কফ পিত্ত নাশক, তৃষ্ণা, বমি, অতিসাৰ, জ্বৰ, কাঁহ, প্ৰমেহ আৰু মেদোৰোগত উপকাৰী। আখৈ গাখীৰত খচি কাপোৰেৰে চেকি ৰোগীক পথ্য দিয়া হয়।

লজ্জক—গন্ধবিৰিণা বা গন্ধবেনা, বঙলা গন্ধবেনা। Andropogon Laniger. ঘৰ্ম্মকাৰক, বাত পিত্তনাশক, তৃষ্ণা দাহ, মূৰ্চ্ছা, শ্ৰান্তি, জ্বৰ ৰক্তপিত্ত আৰু চৰ্ম্ম ৰোগত উপকাৰী।

লাক্ষা—লা বা লাহা, বঙলা লাহা। Coccus Lacca. Syn. Lac. আঁহত, পাকৰী বগৰী প্ৰভৃতি গছত এবিধ পোকৰ পৰাই এই লা উৎপন্ন হয়। ই শীতল, লঘুপাক, স্নিগ্ধ, বলকাৰক, বৰ্ণবৰ্দ্ধক, ৰক্তস্ৰাৱ নিবাৰক, শ্লেষ্মা, পিত্ত, জ্বৰ, বিষম জ্বৰ,

হেকতি, শ্বাস, কাঁহ, গলক্ষত, ব্রণ, বিসর্প, ক্রিমি, কুষ্ঠ, চর্ম্মদোষ প্রভৃতি নাশক।

**লিম্পাক**—নেমুটেঙা, তুলিয়া টেঙা, Citrus Acida. শীতল, লঘুপাক, পাচক, ৰুচিকৰ, বাতশ্লেষ্ম নাশক, বমি নিবাৰক।

**লোনীশাক**—কাঠিকুৰঁৰী বা মালভোগ শাক, বঙলা মুনীশাক। Portulaca Quadrifida. অগ্নিবৰ্দ্ধক, ৰুচিকৰ, ব্ৰণ, অৰ্শ, মেহ শ্বাস নাশক।

**লোধ্ৰ**—লোধ গছ, বঙলা লোধ। Symplocos racemosa. মলৰোধক, ত্ৰিদোষ নাশক, চকুৰ হিতকৰ, জ্বৰ অতিসাৰ, শোথ, ৰক্ত আৰু বিষ দোষত উপকাৰী।

**লোহিতালু**—ৰঙাআলু।

**লৌহ**—লো ধঙলা লোহা। Ferrum Syn. Iron. পৃথিবীৰ প্ৰসিদ্ধ ধাতু। ইয়াক শোধন মাৰণ আদি ক্ৰিয়াৰ দ্বাৰাই সূক্ষাতিসূক্ষ্ম কৰিহে ঔষধত প্ৰয়োগ কৰা হয়। লোৰ সৰু সৰু পাত কৰি জুইত ৰঙা কৰি লৈ সেই পাত তেল, ঘোল, কাঁজি, গৰুৰ মূত আৰু কুলঠি কলাইৰ ক্বথত তিনবাৰকৈ ভিজাব, ইয়াৰ পাচত আৰু তিনিবাৰ এৰঁা গাখীৰ কাঁজি, গৰুৰ মূত আৰু ত্ৰিফলাৰ ক্বথত তিয়াই লব। ইয়াৰ পাচত গুৰি কৰি গৰুৰ মূতেৰে বটি গজ পুতত পুৰিব। এই দৰে এশ, পাঁচ শ বা হেজাৰ বাৰ পুৰি লব। যিমানেই পুত বা পোৰা বেছি হয় তিমানেই লোহা গুণকাৰী হয়। ই বলকৰ ৰসায়ন, দোষ নাশক, সাৰক, চকুৰ হিতকৰ, আয়ুৰ্বৰ্দ্ধক, বয়স্থাপক, কফ, পিত্তশূল, শোথ, অৰ্শ, প্লীহা, পাণ্ডু, জ্বৰ, মেহ, ক্ৰিমি, কুষ্ঠ,

মেদোদোষ আৰু বিষ দোষৰ উপকাৰী।

## (ৱ)

**ৱংশ**—বাঁহ বঙলা বাঁশ। Bambusa Arundinacea. ৰুচিকৰ, পাচক, অজীৰ্ণ, শূল, প্ৰমেহ প্ৰভৃতি ৰোগৰ উপকাৰী।

**ৱংশক**—বোম্বাই কুঁহিয়াৰ, Sachrum officinarum সাৰক পুষ্টিকৰ আৰু ধাতু-পোষক।

**ৱংশৰোচনা**—বংশলোচন নামক বাঁহৰ ভিতৰত হোৱা বগা বৰণীয়া এবিধ পদাৰ্থ বঙলা বংশলোচন। Bamboo manna ৰক্ত পৰিষ্কাৰক, শ্বাস কাঁহ নাশক আৰু পুষ্টিজনক।

**ৱচা**—মহাবলীবচ বঙলাতো একেনাম Acorus calamus. কফ নাশক, কাঁহ বাতজ্বৰ আৰু অতিসাৰ ৰোগত উপকাৰী।

**ৱজ্ৰী**—শিজুগছ বঙলা তেকাঁটাশিজ Euphorbia antiquarum. বাত শ্লেষ্মা নাশক।

**ৱজ্ৰ ভৃঙ্গী**—নাইজাবৰী বঙলা গুড়াখু নিচাকৰ আৰু শ্লেষ্মা নাশক

**ৱজ্ৰক্ষাৰ**—সটথাৰ অম্ল, অজীৰ্ণ, আম আৰু শোথ নাশক

**ৱঞ্জুল**—বেতগছ। Calamus Rotong. ৰক্তপিত্ত আৰু কুষ্ঠ নাশক।

**ৱট**—বড়গছ। Ficus Bengalensis. শোনিত শোধক বিষ নাশক। ইয়াৰ আঠা বেদনা নাশক।

**ৱটপাত্ৰী**—ডাঙৰ বিধৰ পাতেগঙ্গা বা ডাঙৰ পাত পালেং

বঙলা বড় পাথৰকুঁচি। Colenus Amboinicus Syn C. Aromaticus. মেহ, মূত্ৰকৃচ্ছ্ৰ আৰু অশ্মৰী নাশক।

**ৱৎসনাভ**—এবিধ অতি উগ্ৰ বিষ। Aconitum Ferox. ইয়াক শোধিত কৰিহে ঔষধত প্ৰয়োগ কৰা হয়। বাত, কফ, স্নায়ুশূল আদিত ইয়াক বাহ্যিক প্ৰয়োগ কৰিলে উপকাৰ দৰ্শে। পৰিবৰ্ত্তক আৰু বলকৰ।

**ৱনতণ্ডুলী**—কাঁটাখুদনা বা কাঁটাখুতুৰা বঙলা বুনোনটে Amblogina Polygonoide বিষ আৰু আম দোষ নাশক।

**ৱনপলাণ্ডু**—গোনহৰু, বঙলা বনপেঁয়াজ। Urginea Indica. মূত্ৰকাৰক, শ্লেষ্ম নিঃসাৰক আৰু বলকৰ।

**ৱনমল্লিকা**—ভুতিমালী ফুল ( মল্লিকা চাওক )

**ৱনযমানী**—বনযাওন বা বনযণী বঙলা বনযমাণী Seseli Indicum. (অজমোদা চাওক)

**ৱন্দীক**—পৰগাছা (এবিধ ৰঘুমলা) বঙলা বাঁদৰা। Epidendrum tessellatum. বাত আৰু কফপিত্ত নাশক, বলকৰ ৰসায়ন।

**ৱপুষ্টমা**—থালপদুম বঙলা স্থলপদ্ম। Hibiscus Mutabilis. মূত্ৰকৃচ্ছ্ৰ, শ্বাস, কাঁহ আৰু বিষদোষ নাশক।

**ৱৰদা**—অশ্বগন্ধা। ৭ পৃষ্ঠাত চাওক্।

**ৱৰুণ**—বৰুণগছ বঙলা বৰুণ। Cartaeva religiosa অশ্মৰী দ্ৰাবক। ৰক্তদুষ্টি নিবাৰক অগ্নিবৰ্দ্ধক।

**ৱাকুচী**—সৰেবিতাৰ গুটি বঙলা সোমৰাজী বীজ। Vernonia anthelmintica. পিত্ত, ৰক্ত দুষ্টি আৰু ক্ৰিমি নাশক।

ৰাতাদ—বাদাম। Prunus amygdalus. ধাতুপোষক শুক্ৰবৰ্দ্ধক আৰু বাত নাশক।

ৰাৰাহ—মইনগছ। ইয়াৰ ফল বমন কাৰক।

ৰবাহীকন্দ—পতানিচৰা আলু বঙলা চুবড়ী আলু। Dioscorea Globosa. শুক্ৰবৰ্দ্ধক, বলকৰ, ৰসায়ন মেহনাশক।

ৰবাহক্ৰান্তা—লাজুকী লতা। লজ্জালু চাওক।

ৰাৰ্ত্তাকু—বেঙেনা বঙলা বেগুন। Solanum Melongena. অগ্নিবৰ্দ্ধক, বাত নাশক, তেজ আৰু শুক্ৰবৰ্দ্ধক।

ৰাস্পিকা—বাৰ্দ্ধনীশাক বঙলা ৰাধুনী। Carum Roxburghianum, পাচক, কৃমিৰ পৰা হোৱা শোথ নাশক।

ৰাসক—বাহক বঙলা বাসক। Justicia Adhatoda. জ্বৰ, খাস, কাঁহ আৰু কামলা নাশক।

ৰাস্তুক—ভটুৰা বা জিলমিল শাক বঙলা বেটো শাক। Chemopodium album, অগ্নিবৰ্দ্ধক, বায়ু, পিত্ত, ক্ৰিমি আৰু কফ নাশক।

ৰিক্ষত—হলফলী। লবলী চাওক।

ৰিজয়া—গাঁজা বা ভাঙ বঙলা সিদ্ধি। Cannabis Sativa. ভঙ্গা চাওক।

ৰিটখদিৰ—তকৰা কদম বঙলা গুয়ে বাবলা। Acacia Farnesiana. জ্বৰ নাশক, পকতীয়া, বিষ-কোহোবা, ব্ৰণ আদি চৰ্ম্ম ৰোগত উপকাৰী।

ৰিবঙ্গ—বিবিং গুটি বঙলা বিবঙ্গ। Embelia ribes.

ক্রিমি নাশক, কফ আৰু বাত প্ৰশমক

**বিদাৰী**--ভুঁইকোমোৰা। ভূমিকুষ্মাণ্ড চাওক।

**বিভীতক**--ভোমোৰা। বহেৰক চাওক।

**বিল্ব**--বেল বঙলা বেল। Aegle marmelos. ফল আমাশয়, অতিসাৰ ৰোগত উপকাৰী। মূল জ্বৰ নাশক পাত ৰসায়ন।

**বিশল্যকৰণী**--বঙাকেহৰাজী বঙলা আয়াপাণ। Eupatorum Ayapana. ৰক্তস্ৰাব ৰোধক, ঘৰ্ম্মকাৰক, বলবৰ্দ্ধক। সৰ্পদংশনৰ উপকাৰী।

**বিশল্যকৃত**--দোৱালালী বঙলা হাপৰমালী। Vallaris dichotona. কুষ্ঠ আৰু বিষ নাশক।

**বিশালা**--গৰোথীয়া তিয়ঁহ। ইন্দ্ৰবাৰুণী চাওক।

**বিশ্বতুলসী**--বনতুলসী বা গেন্ধেলীবন। বঙলা বাবুই তুলসী Ocymum Basilicum. ইয়াৰ পাত কৃমি নাশক আৰু বিষাক্ত জন্তুৰ দংশনত উপকাৰী কোৱাণ মেহ নাশক আৰু ৰক্তাতিসাৰত উপকাৰী।

**বিষঘ্নী**—হেলচী শাক বঙলা হিলঞ্চ। Enhydra Heloncha. পিত্ত নাশক শোথ কুষ্ঠ প্ৰভৃতি ৰোগত উপকাৰী।

**বিষতিন্দুক**--কুঁচিলা বা কঁচলেবিষ। Strychnos. Nuxvomica. অগ্নিমান্দ্য অজীৰ্ণ আৰু স্নায়বীয় দুৰ্ব্বলতা নাশক।

**বিষমুষ্টি**--জাপৰীবিষ বঙলা আতইচ। Aconitum heterophyllum. জ্বৰ কফ আৰু পিত্ত নাশক।

**বীৰণ**--বিৰিণা বঙলা বেণা। Andropogon

Muricatum. জ্বৰ নাশক, পৰিপাক শক্তি বৰ্দ্ধক, বমি নাশক।

**বৃদ্ধদাৰক**—সোনপকৰালতা বঙলা বীজতাৰক। Melina Asiatica. Syn. Argyreia Speciosa. ইযাৰ গুটি ঔষধত ব্যৱহাৰ কৰা হয়। কফ আৰু বায়ু নাশক, বলকৰ, ৰসাধন। শোথ আমবাত, কাঁহ আৰু আমদোষ নিবাৰণ কৰে।

**বৃশ্চিকালী**—চোৰাত বঙলা বিছুটী। Tragia involucrata. ৰক্তপিত্ত নাশক বলকৰ, শুক্রবৰ্দ্ধক আৰু কাঁহ নাশক।

**বৃশ্চিৰ**—ঢেকিয়া বঙলা শ্বেতপুন্স। Bocrhavia diffusa. শোথ নাশক মূত্র নিসাৰক পুষ্টিকৰ।

**বৃষগন্ধা**—ছাগলী-শিঙীয়া বঙলা ছাগলবেঁটে। Convulvulus argenteas. গৰ্ভজনক শুক্রবৰ্দ্ধক কাঁহ নাশক।

**বৃহতী**—তিতভেকুৰী বঙলা ব্যাকুড়। Solanum Indicum. পিত্ত নাশক, পৰিপাক শক্তিবৰ্দ্ধক, বাত নাশক।

**বেতস**—বেতগছ বঙলা বেত। Calamus rotong. ৰক্তপিত্ত, কুষ্ঠ নাশক। বলকৰ আৰু শীতল।

**ব্যাঘ্ৰী**—কণ্টকাৰী। কণ্টকাৰী চাওক।

**ব্ৰীহি**—আহুধান Oriza Sativa. ইয়াৰ চাউল গুৰুপাক কফ আৰু পিত্ত বৰ্দ্ধক, শৰীৰ পোষক, বীৰ্য্য আৰু বুদ্ধিজনক।

## (শ)

**শকুল**—শোলমাছ বঙলা শোলমাছ। গুৰুপাক, কফ,

মলবোধক পিত্ত নাশক বক্তবৰ্দ্ধক।

**শক্ৰ**—দুদকড়ি গছ। কুটজ চাওক।

**শঙ্কৰপ্ৰেস্থ**—হৰিশঙ্কৰ। বাত কফ নাশক, বিষ আৰু বিষম জ্বৰত উপকাৰী।

**শঙ্খপুষ্পী**—ডিঙৰীলতা, বঙলা ডানকুনী। Andropogon aciculatum. মানসিক ৰোগ নাশক, স্মৃতিবৰ্দ্ধক, কান্তি বল আৰু অগ্নিপ্ৰদ শ্বাস পৰিষ্কাৰক ৰসায়ন।

**শঙ্খালু**—পানীআলু, কেঁচাইখোৱা আলু। বঙলা শাঁখ আলু। Pachyrhizus angulatas. ই শীতল, বায়ুনাশক, শুক্ৰবৰ্দ্ধক।

**শঙ্খবিষ**—শঙ্খবিষ। Arsenicum Syn. White Arsenic এবিধ প্ৰসিদ্ধ স্থাবৰ বিষ। জ্বৰনাশক, অগ্নিবৰ্দ্ধক, পাচক, বলকৰ। এক ৰতিৰ ১২০ ভাগৰ একৰ পৰা ২৪ ভাগৰ ১ ভাগলৈ ইয়াৰ মাত্ৰা। অধিক মাত্ৰায় প্ৰয়োগ কৰিলে নানা উপসৰ্গ উৎপন্ন কৰি মানুহৰ মৃত্যু হয়।

**শঠী**—কেটুৰী বঙলা শটী। Curcuma Zerumbet. শ্বাস, জ্বৰ, কাঁহ আৰু অৰ্শ ৰোগত উপকাৰী। কুষ্ঠ ব্ৰণ আদি প্ৰশমন কাৰক।

**শণ**—শণ বঙলা শণ। Crotalaria juncea. বাত কফ নাশক বমি কাৰক। ফুল—ৰক্তপিত্ত নাশক ৰসায়ন।

**শতঘ্নী**—চোৰাত। বৃশ্চিকালী চাওক।

**শতপত্ৰী**—সেউতী গোলাপ। Rose moschata.

দাহ আৰু পিত্ত নাশক। চকুৰ বেমাৰত উপকাৰী।

**শতপৰ্ব্বা**—বাহ। বঁংশ চাওক।

**শতপুষ্পা**—শলা বঙলা শুলফা। Peucedanum Sowa. Syn: Dill Seeds. বাত পিত্ত আৰু ত্ৰিদোষ নাশক

**শতমূলী**—শতাবৰী, ছাতাবৰী বঙলা শতমূল। Asparagus racemosus. শুক্ৰবৰ্দ্ধক, পুষ্টিকাৰক, পিত্ত আৰু বায়ু নাশক ৰসায়ন।

**শমী**—শমিন্ধ বঙলা শমী বা শাঁইগছ। Acacia suma. ৰক্তপিত্ত আৰু আমাতিসাৰ নাশক।

**শৰ**—খাগৰি বঙলা শৰ। Saccharum Sara. বল আৰু শুক্ৰবৰ্দ্ধক, মূত্ৰদোষ নাশক।

**শৰল**—সৰলগছ বঙলা সৰল। Pinus Longifolia. কণ্ডু, ব্ৰণ, বাত, শ্লেষ্ম, চৰ্ম্মদোষ নাশক।

**শৰপুঙ্খা**—বাঘআচোৰা বঙলা শাৰফোকা। Tephrosia Purburea. প্লীহা, যকৃৎ সংশোধক বাত আৰু ক্ৰিমি নাশক

**শৰ্কৰকন্দ**—চেকেলিখুন্দা আলু বঙলা শকৰকন্দ। Ipomoea Batatas. গুৰুপাক, ৰুচিকৰ, বল, পুষ্টি আৰু শুক্ৰবৃদ্ধি কাৰক।

**শৰ্কৰা**—চেনি। শীতল, ৰুচিকৰ, বল আৰু শুক্ৰবৰ্দ্ধক দাহ বমি তৃষ্ণা, মূৰ্চ্ছা, জ্বৰ, কাঁহ, ৰক্তপিত্ত আৰু শোষ ৰোগ নাশক।

**শল্যক**—কটলা পহু। ইয়াৰ মঙহ মধুৰ ৰস, শীতল লঘুপাক, স্নিগ্ধ, অগ্নিবৰ্দ্ধক পিত্ত নাশক শ্বাস আৰু বিষ দোষত

উপকাৰী।

**শল্লকী**—শলখ গছ বঙলা শলই। Boswellia Serrata. পিত্তশ্লেষ্মা, অতিসাৰ ৰক্তপিত্ত আৰু ব্ৰণ নাশক।

**শশক**—শহাপহু। ইয়াৰ মঙহ মধুৰৰস, ধাৰক অগ্নিবৰ্দ্ধক ৰুচি, বল আৰু শুক্ৰবৰ্দ্ধক ত্ৰিদোষ নাশক। জ্বৰ পাণ্ডু জ্বৰাতিসাৰ, ক্ষয় কাঁহ অৰ্শৰোগত উপকাৰী।

**শষ্কুলী মৎস্য**—শালমাছ ই কষায় মধুৰৰস গুৰুপাক

**শাক**—যি বিলাক ফল, মূল, আলু, পাত প্ৰভৃতি মানুহে আঞ্জা স্বৰূপে ব্যৱহাৰ কৰে সেইবোৰ সকলোকে শাক নামে অভিহিত কৰে। এই শাকৰ বিধে বিধে গুণো নানা ৰকমৰ হয় মুঠতে সকলোবোৰ শাক পচালিয়ে গুৰুপাক, মলমূত্ৰ বিৰেচক, মলবৰ্দ্ধক।

**শাকবৃক্ষ**—শেগুনগছ। Tectona Grandis. দাহ, পিত্ত আৰু শ্ৰম নাশক।

**শাখোট**—শাওড়াগছ যুখুনী শাওড়া। Streblus asper. ইযাৰ গুটি, ৰক্তপিত্ত অৰ্শ অতিসাৰ আৰু বাত শ্লেষ্মা ৰোগত উপকাৰী।

**শাৰিবা**—দুধেলি লতা, নাহৰপতীয়া লতা। বঙলা অনন্ত মূল ৩ পৃষ্ঠাত চাওক।

**শাল**—শালগছ বঙলাতো একে নাম। Shorea robusta. কফ, ক্ৰিমি, স্বেদ ব্ৰণ, বিদ্ৰধি নামক চৰ্ম্মৰোগ, কৰ্ণ-ৰোগ আৰু যোনি ৰোগ নাশক। ইয়াৰ এঠাই শালধূনা ‘ধাল’

চাওক।

**শালপৰ্ণী**—বিয়নী সাবটা, (শালৰ পাতৰ দৰে ইয়াৰ পাত) বঙলা শালপানি। Desmodium Gangeticum. Syn. Hedysarum G.

**শালিধান**—শালিধান।ইয়াৰ চাউল, শীতবীৰ্য্য লঘুপাক, ৰুচি, বল আৰু শুক্ৰবৰ্দ্ধক। স্বৰ পৰিষ্কাৰক, পিত্তনাশক, বাত কফ আৰু মূত্ৰকাৰক।

**শালিঞ্চ**—বং শাঞ্চেশাক। Alternenthera Sessilis. ই অগ্নিবৰ্দ্ধক, কফপিত্ত নাশক, প্লীহা, অৰ্শ, ৰক্তদোষ আৰু পিত্ত বিকৃতি নাশক।

**শালুক**—শেলুক, বঙলা শালুক। Roots of Nymphoea. শীত বীৰ্য্য, সংগ্ৰাহী; পোষক আৰু পিত্তনাশক।

**শাল্মলী**—শিমেলী বা শিমলু গছ বঙলা শিমূল। Bambax malabaricum. ইয়াৰ মূল বলকৰ; শুক্ৰ আৰু শ্লেষ্মবৰ্দ্ধক ধাতুপোষক।

**শিংশপা**—শিশু বঙলা শিশবগছ। Delbergia Sissoo. দীপন, কফ, বাত, শোথ আৰু অতিসাৰ নাশক।

**শিখৰী, শিলাভেদ**—পাতেগঁজা বা পাতপালেং বঙলা পাথৰকুচি। অশ্মন্তক চাওক।

**শিগ্ৰু**—চজনা বঙলা শজিনা। Moringa Pterygosperma. ইয়াৰ ছাল বিদাহী, ধাৰক, ক্ষাৰগুণযুক্ত, ৰক্তপিত্ত প্ৰকোপক, বাতশ্লেষ্মা নাশক, ব্ৰণ, মেদোদোষ, গুল্ম, প্লীহা আদি

নাশক। ফল—অগ্নিবৰ্দ্ধক, ৰুচিকৰ, কফপিত্তনাশক, শূল, কুষ্ঠ, ক্ষয় শ্বাস আৰু গুল্ম ৰোগত উপকাৰী।

গুটি—চকুৰ হিতকৰ, কফ আৰু বায়ু নাশক।

মূল—বিষাক্ত।

গুটিৰ—পৰা হোৱা তেল নানাবিধ চৰ্ম্ম ৰোগ নাশক।

**শিম্বী**—উৰহী বঙলা শীম। Dolichos gladiatus. গুৰুপাক, বিষ্টম্ভী, কষ্ম কোষ্ঠগত বায়ুপ্ৰকোপক, অগ্নি বল শুক্ৰ আৰু মল ক্ষয় কাৰক।

**শিৰীষ**--শিৰীষ গছ বঙলা শিৰীষ। Acacia Lebbee. ত্ৰিদোষ; কাঁহ, ব্ৰণ, বিসৰ্প নাশক।

**শিলাজতু**--শিলাজিৎ নামক পৰ্ব্বতবিশেষৰ শিলৰ পৰা ওলোৱা এবিধ শিলাৰস ইয়াক শোধন কৰি ঔষধত প্ৰয়োগ কৰিব লাগে। কফ, মেদ, শোথ, উদৰ, শ্বাস, ক্ষয়ৰোগ, অৰ্শ, পাণ্ডু, উন্মাদ, অপস্মাৰ, অশ্মৰী, শৰ্কৰা, মূত্ৰকৃচ্ছ্ৰ, ক্ৰিমি আৰু কুষ্ঠ নাশক ত্ৰিফলা আৰু দশমূলৰ কথত শিলাজতু গুলি প্ৰখৰ ৰ'দত থৈ দিব তেতিয়া ওপৰত সৰৰ দৰে ভাহি উঠিব, এই ভাগ লৈ শুকাই সালসাবাদিৰ কথত ভিজাই ললে শিলাজতু শোধন হয়।

**শীতল পত্ৰিকা**--পাতিদৈয়া বঙলা মুক্তাপাতী। Maranta dichotoma. শ্ৰান্তি নাশক, বাতপিত্তৰ উপকাৰী।

**শীতলী**--পাতালধাৰ বঙলা শিউলী-ছোপ। Limnathemum Cristatum. ৰক্তপৰিষ্কাৰক, বলকৰ, বিষ নাশক।

**শুক্লমুদগ**--বগা মুগ (মুদগ চাওক)

শুক্লার্ক--বগা আকন্দ (অর্ক চাওক)

শুণ্ঠি--আদাৰ শুঠ বঙলা শুঁঠ। Gingiber officinela. কফ, শোথ আৰু বাত নাশক। বিৰত উপকাৰী, উত্তেজক আৰু বলকৰ।

শূকশিম্বী--বান্দৰকেকুৱা। (অজৰা চাওক)

শূৰণ--ওলকচু বঙলা ওল। Amorphophalus Companulatus. অৰ্শ নাশক, শূল, গুল্ম আদিত উপকাৰী।

শৃগালকণ্টক--কুলিকাঁইট (কোকিলাক্ষ চাওক)।

শৃঙ্গাতক--শিঙৰী বঙলা শিঙ্গাৰা বা পানী ফল। Trapa bispinosa. শুক্ৰবৰ্দ্ধক, পুষ্টিকৰ, ৰুচিকৰ আৰু ৰক্তপিত্ত ৰোগত উপকাৰী।

শৃঙ্গী--কাকৰাশৃঙ্গী বঙলা কাকৰাশৃঙ্গী। Rhus Succedanea. বাত, জ্বৰ, শ্বাস, কাঁহ, ৰক্তপিত্ত ৰোগত উপকাৰী, বলকৰ।

শেফালিকা--শেৱালীফুল; পানীপিয়লিফুল বঙলা শেফালি ফুল। Nyctanthes arbortristis. পাতৰ ৰস সৰ্ব্ব জ্বৰ নাশক, ফুল, পিত্ত আৰু ক্ৰিমি নাশক।

শৈলজ বা শৈলেয়--শিলৰ শেলুৈৰত জন্মা এবিধ ফুল বঙলা শৈলজ। A Species Lichen. কফ আৰু পিত্ত নাশক হৃদ্ৰোগত উপকাৰী।

শৈৱাল শেলুৈৰ বঙলা শেওলা। Blyxa Octandra. দাহ আৰু ব্ৰণ নাশক, শীতল।

**শোভাঞ্জন** সজনা বঙলা শজিনা। Moringa-pterygos Perma. ক্রিমি, বাত, বিষ নাশক চকুৰ উপকাৰী।

**শ্যামালতা** শাওলতা বঙলা শ্যামালত। Ichnocarpus frutescens. ৰক্তপৰিষ্কাৰক, শুক্রবৰ্দ্ধক, পুষ্টিকৰ।

**শ্যোণাক** টকুনা, ভাতঘিলা বঙলা শোণাগাছ। Calosanthes Indicus. ত্ৰিদোষ, সন্নিপাত জ্বৰ, গ্ৰহণী, পিত্ত আৰু শ্লেষ্মাত উপকাৰী।

**শ্ৰাবনী** চোলাগুটিয়া বঙলা মুণ্ডিৰী। Sphoeranthus Indicus, শ্লেষ্মাজনিত ৰোগত উপকাৰী। গলগণ্ড ৰোগত হিতকাৰী।

**শ্ৰীখণ্ড বা শ্বেত চন্দন** বগা চন্দন বঙলা শ্বেত-চন্দন। Yellow variety of Sandal wood: শীতল, বস্তিশোধক জ্বৰ, দাহ আৰু বমি নিবাৰক।

**শ্ৰীপৰ্ণী** গামেৰীগছ (গাম্ভাৰী চাওক)

**শ্ৰীফল** বেল (বিল্ব চাওক)।

**শ্ৰীবাস** সৰলগছৰ এঠা, গৰ্জ্জন তেল, বঙলা গন্ধবিৰজা। Resin of Pinus longifolia. বাত নাশক চকুৰ উপকাৰী মলৰোধ নিবাৰক।

**শ্বেত গুঞ্জা** বগা কাচমণি বঙলা সাদা কুঁচ। White arbus Pricatorius. ইয়াৰ গছ বিষ নাশক। গুটি কান্তি জনক, বিষ নাশক।

**শ্বেত এৰণ্ড** বগা এৰা বঙলা সাদা ভেৰেণ্ডা।

Ricinus communis. ইয়াৰ মূল মলভেদক, বাত নাশক প্লীহা আৰু জলন্ধৰ আদিত উপকাৰী।

শ্বেত ত্ৰিবৃৎ—বগা তেলীয়াধুনা বা তেউৰী লতা। ৰঙা বগা সমগুণী ত্ৰিবৃৎ চাওক।

শ্বেত পুণ্ডৰিক—বগা পদুম। পুণ্ডৰিক চাওক। ইয়াৰ বাহিৰেও শ্বেত বা বগা জাতীয় অসংখ্য দ্ৰব্য আছে সেইবোৰ প্ৰায় সমগুণী।

## (ষ)

ষড় উষণ—পিপলী, পিপলীৰ মূৰা, চই, জাগিয়া চিতৰ মূৰা, শুঠ আৰু জালুক এই ছয় বিধকে ষড় উষণ বোলে। ইয়াৰ গুণ অগ্নিবৰ্দ্ধক, উষ্ণবীৰ্য্য, পাচক, কফ বায়ু আৰু বিষ দোষ নাশক।

ষৰঙ্গ—গোক্ষুৰ কণ্টক ; গোক্ষুৰ চাওক।

ষড়ভূজা খৰমুজা বঙলা খৰ্ম্মুজ। Cucumis melo. পুষ্টিকৰ, শুক্ৰবৰ্দ্ধক, বলকাৰক, মূত্ৰ শোধক পিত্ত, দাহ আৰু বায়ু নাশক।

## (স)

সঠিকা--কেটুৰী বঙলা শটী। Curcuma Zerumbet. অগ্নিবৰ্দ্ধক, কুষ্ঠ, বাত, ত্ৰিদোষ, ৰক্তদোষ, বিষ, শ্বাস, কাঁহ আৰু হিক্কা নাশক।

সপীতক--ধুন্দুলি বা নিলাজী। ৰাজকোষাতকী চাওক।

সপ্তপর্ণ—ছাতিয়ান বঙলা ছাতিম। Echites Scholaris. ত্রিদোষ নাশক, জ্বৰ, ক্রিমি, ব্রণ ৰক্তদোষ, শ্বাস আৰু গুল্ম ৰোগত উপকাৰী।

সবলা—তেউৰী বা তেলীয়াধুনা লতা বঙলা তেউৰী (ত্রিবৃত চাওক।)

সর্পগন্ধা—সুগন্ধি ৰাস্না (ৰঙাবৰণৰ সুগন্ধি কঁপৌফুল) ত্রিদোষ আৰু নানাবিধ বিষদোষ নাশক।

সর্পদমনী—হাতীশুৰীয়া বঙলা হাতীশুৰে। Heliotropium Indicum. বিষনাশক, মেধাবর্দ্ধক, গুল্ম আৰু পেতৰ বিষত উপকাৰী।

সর্পাক্ষী—গুমুনীলতা বঙলা গন্ধনাকুলী। Ophiorrhiza Mungo. ক্রিমিনাশক, সাপ, বিছা, ইন্দুৰ প্রভৃতিৰ বিষ নাশক।

সর্পিনী বা সর্পকঙ্কালী—গমা। (চালকুৱঁৰীৰ দৰে এবিধ গছ) বিষ নাশক।

সর্ব্বতোভদ্র—নিমগছ। (নিম্ব চাওক।)

সর্ব্বতোভদ্রা—গামাৰীগছ। (গাম্ভাৰী চাওক।)

সর্ষপ—সৰিয়হ বঙলা সৰিষা। Brassica Campestris. বাত, কফ, কণ্ডুত উপকাৰী, পিত্ত আৰু অগ্নিবর্দ্ধক।

সল্লকী—ঘিচক বা ঘিচেলী বঙলা কুদঁৰুকী। Boswellia thurifera. কুষ্ঠ, কফ, অর্শ আৰু ব্রণ আদিত উপকাৰী।

সহচৰ—বাগীফুলৰগছ। (ঝিণ্টি চাওক।)

সহদেৱা—ৰবিয়াল। (বলা চাওক।)

**সিংহু**—বগা চাজানা। Moringa Pterygosperma. বাত, কফ নাশক, অগ্নিবৰ্দ্ধক, ব্ৰণ নাশক।

**সিংহিকা**—ভিতভেকুৰী। ( বৃহতী চাওক। )

**সিতপাটলিকা**—বগাফুলৰ পাৰলি। ( ঘণ্টাপাটলি চাওক। )

**সিতপুষ্প**—মাটিকঁয়া বঙলা কৈবৰ্ত্তমুস্তক। Cyperus rotundus. কষায়, শ্বাস আৰু কাঁহ নাশক বলকৰ।

**সিতমাষ**--বঙলামাহ, মাহকলাই বঙলা বৰ্ব্বতী। Dolichos Catjang. বলকৰ, শুক্ৰবৰ্দ্ধক।

**সিতাফল**—আতৈফল বঙলা আতা বা লোনাফল। Annona Squamosa. বলকৰ আৰু মাংসবৰ্দ্ধক।

**সিতা**—চেনি। ( শৰ্কৰা চাওক )

**সিদ্ধাৰ্থ**—বগা সৰিয়হ, শেতবেহৰ বঙলা শ্বেতসৰিষা। Cruciferac Sinapis. বাতৰক্ত, বায়ুবৃদ্ধি আৰু চৰ্ম্মৰোগ নাশক।

**সিন্ধুবাৰ**—বগা পচতীয়া বঙলা সাদা নিসিন্দা। Vitex Negundo. কফ, বাত, ক্ষয়, কণ্ডু, কুষ্ঠ, বিষ আৰু কফ নাশক, প্লীহা আৰু গুল্ম আদিতো উপকাৰী, ৰসায়ন।

**সিহ্লক**—শিলাৰস ( শিলৰ পৰা ওলোৱা ঘাম বিশেষ ) বঙলা শিলাৰস। Liquidamber Orientalis. শুক্ৰবৰ্দ্ধক, কান্তি-জনক, শ্বেতকুষ্ঠ আৰু জ্বৰ নাশক।

**সুদৰ্শন**—পদ্মগুলঞ্চ। গাত কাঁইটৰ দৰে থকা আমৈলতা বা সিদ্ধিলতা বিশেষ। গুণ-গুলচীৰ দৰে।

**সুদর্শন**—আকনৰ মূল। (অর্ক চাওক)

**সুবর্চ্চলা**-শুল্লৈঠ বা ভূতমূলা বঙলা হুড়হুড়ে। Clcome Viscosa. ইং Sunrower. কফ, চর্ম্মৰোগ, কণ্ডু, ব্রণ, কুষ্ঠ আৰু শীতজ্বৰ নাশক।

**সুনিষন্নক**-ঠোঁঠনিশাক বঙলা শুশুনীশাক। Marsilea Quadrifolia. ত্রিদোষ নাশক, হজমীকাৰক, ৰসায়ন।

**সুৰদ্রুম**—দেবদাৰুকাঠ। Cedius deodara (দেবকাষ্ঠ চাওক।)

**সুৰভিনিম্বু**—মৰীটেঙা, বৰমুঙ্গা। Bergera Konigii. বায়ুনাশক, মুখৰ দুর্গন্ধ নিবাৰক।

**সুবর্ণযুথিকা**—নার্ঙ্গী বা গেন্ধেফুল। Jesminum revolutum. ৰক্তৰোধক, পচন নিবাৰক আৰু নানাবিধ চর্ম্মৰোগ নাশক।

**সুৰবী**—তিতাকেৰেলা বঙলা উচ্ছে। Momordica. Charanlia. পিত্ত আৰু চর্ম্মৰোগ নিবাৰক।

**সূর্য্যমণি**—সুকৰকান্তি ফুলৰ গছ বঙলা সূর্য্যমণি ফুল। Hibiscus Phoeniceus. আদকপালী মুৰৰ বিষত ইয়াৰ শিপা বটি প্রলেপ দিলে উপকাৰ হয়।

**সূর্য্যাবর্ত্ত, সূর্য্যভক্তা**—আদিত্যভক্তা শুল্লৈঠৰ নাম সুবর্চ্চলা চাওক।

**সূক্ষ্মেলা**—সৰুএলাছি এলা চাওক।

**সেব**—সেউফল বা আপেল বঙলা সেও। Pyrus Malus.

ইং Apple শুক্রবৰ্দ্ধক, পুষ্টিকৰ, বাতপিত্ত নাশক।

**সেৱতী**—সেৱন্তী সেউতী বা বগা গোলাপ। Rosa Moschata. শীতলতা কাৰক। চকু বঙাপৰা নানা বিধ চকুৰ বেমাৰত উপকাৰী।

**সেহুণ্ড**—শিজুগছ বঙলা মনসা সিজ। Euphorbia nercifolia. পাতৰ ৰস বিৰেচক, অগ্নিবৰ্দ্ধক আৰু কফ নাশক; বায়ু আৰু আমদোষ নিবাৰক। শূল, গুল্ম, মলমূত্ৰ ৰোধ, পাথৰী জ্বৰ, প্লীহা, শোথ, অৰ্শ নাশক। মজ্জা—বায়ৱীয় ৰোগ নাশক।

**সোমৰাজী**—সৰেতিতা বঙলা সোমৰাজী। Vernonia Anthelmintica. কফ, কণ্ডু আৰু ক্ৰিমি নাশক। চৰ্ম ৰোগত উপকাৰী।

**সোমলতা**—চন্দ্ৰলতা (বৈদ্য অমৰত এই লতাৰ এটা লক্ষণ বৰ্ণোৱা আছে; যেনে শুক্ল পক্ষৰ প্ৰতিপদৰ পৰা এটাকৈ নতুন পাত ধৰি পূৰ্ণিমাৰ দিনা ইয়াৰ সম্পূৰ্ণ পাত হয় আৰু কৃষ্ণ পক্ষৰ প্ৰতিপদৰ পৰা এটাকৈ পাত সৰি অমাৱস্যাৰ দিনা পত্ৰশূণ্য হৈ পৰে) Asclepias acida. The moon plant. মাদক, কান্তিবৰ্দ্ধক, মেধাজনক আৰু ত্ৰিদোষ নাশক।

**সৌবৰ্চ্চল**—সচললোণ বঙলা সচল লৱণ। উদৰ শুদ্ধি কাৰক, অগ্নিবৰ্দ্ধক, গুল্ম, শূল, ক্ৰিমি আৰু উৰ্দ্ধবায়ু প্ৰশমক আমদোষ নাশক।

**সৌৰেয়**—বগা বাণীফুল (ঝিণ্টী চাওক)

**স্থলপদ্ম**—থাল পদুম বঙলা স্থল পদ্ম। শীতল কাৰক

কফ বায়ু নাশক ; মূত্রকৃচ্ছ্র, প্রমেহ, অশ্মৰী, কাঁহ, ৰক্তপিত্ত, বমি, অতিসাৰ নাশক।

স্থূলৈলা—এলা চাওক।

স্থৌণেয়ক—গাঠিয়াণ বঙলা গাঠিয়ালা। মেধাজনক শুক্রবৰ্দ্ধক, ৰুচিকৰ, ত্ৰিদোষ নাশক। ক্ৰিমি, তৃষ্ণা, দাহ আৰু ৰক্তদোষ নাশক।

স্নুহী--শিজু। (সেইও চাওক।)

স্পৃক্কা--পিৰিঙাশাক বঙলা পিড়িং। Trigonella Corniculata.

স্ফটিক--এবিধ মণি। ইয়াক শোধন কৰি ঔষধত ব্যৱহাৰ কৰে। সোলোঙা টেঙাৰ ৰস আৰু আদাৰ ৰসত ভিজাই পুট পাকত পুৰিলে ফটিক শোধিত হয়। দাহ আৰু পিত্তজনিত ৰোগ নাশক।

স্ফটিকাৰি--ফিটকিৰি বা ফিটকুৰি বঙলা ফিট্‌কিৰি Alum. ই সঙ্কোচক, ব্ৰণ,বিসৰ্প আৰু ধবল ৰোগত উপকাৰী।

স্বৰ্জ্জিকাক্ষাৰ--সাচিক্ষাৰ বঙলা সাচিক্ষাৰ বা সাজিমাটি। Cocoxylon Griffithii. ই তীক্ষ্ণ, কফ আৰু বায়ু নাশক। গুল্ম, আধ্মান ক্ৰিমি, উদৰ আৰু ব্ৰণ ৰোগত উপকাৰী।

স্বৰ্ণ--সোণ বঙলা সোণা। Gold. সুবৰ্ণ, কনক, হিৰণ্য, হেম, হাটক, তপণীয়, গাঙ্গেয় কলধৌত, কাঞ্চণ, চামীকৰ, শাতকুম্ভ, কাৰ্ত্তস্বৰ, জাম্বুনদ, জাতৰূপ, মহাৰজত ইত্যাদি ইয়াৰ বিভিন্ন নাম

ই শীতবীর্য্য, গুৰুপাক, পুষ্টিকৰ, মেধাবৰ্দ্ধক, বল, কান্তি, শুক্ৰবৰ্দ্ধক বাক্যশুদ্ধি কাৰক, চকুৰ হিতকৰ। ত্ৰিদোষ নাশক, স্মৃতি শক্তি আৰু আয়ুজনক। জ্বৰ, শোথ, ক্ষয় আৰু উন্মাদ ৰোগত উপকাৰী। সোণ শোধিত আৰু জাৰিত কৰিহে ঔষধত প্ৰয়োগ কৰিব লাগে। সোণৰ পাতল পাত কৰি জুইত পুৰি, তেল, ঘোল, গৰুৰ মূত, কাঁজি আৰু কুলঠি কলাইৰ প্ৰত্যেকৰ কথত ৭ বাৰকৈ ডুবালে সোণ শোধিত হয়, তাৰ পাচত সোণৰ দুভাগ পাৰদৰ লগত এবিধ টেঙাৰ ৰস মিহলি কৰি এটি টিমা কৰিব আৰু সেই টিমাটোৰ সমান ওজনৰ গন্ধক লৈ এটা চৰুৰ তলত আধা গন্ধক ওপৰত আধাদি ওপৰত আৰু এটা চৰু দি সংযোগ ঠাইত ফটা কানি আৰু মাটি লিপি শুকাই গজ পুটত পুৰিব। এনে দৰে চৈধ্যবাৰ পুৰিলে সোণ জাৰিত অৰ্থাৎ ভস্ম হয়।

**স্বৰ্ণ-কেতকী**—কেতেকী ফুল বঙলা স্বৰ্ণ-কেতকী। ই বৰ্ণবৰ্দ্ধক আৰু কেশ সুগন্ধি কাৰক ইয়াৰ বেটু শীতল, বল আৰু পুষ্টিবৰ্দ্ধক ৰসায়ন।

**স্বৰ্ণজীৱন্তী**— সোণ বৰণীয়া জীৱন্তী বঙলা স্বৰ্ণ জীৱন্তী শুক্ৰবৰ্দ্ধক; শীতবীৰ্য্য, বাত, পিত্ত, ৰক্তদাহ আৰু চকুৰ হিতকৰ।

**স্বৰ্ণ মাক্ষিক**—স্বৰ্ণ মাক্ষিক এবিধ উপধাতু, ত্ৰিদোষ নাশক চকুৰ ৰোগ নাশক, পাণ্ডু, প্ৰমেহ, উদৰ, অৰ্শ, শোথ, ক্ষয়, কুষ্ঠ আৰু ক্ষয় নিবাৰক। দুভাগ স্বৰ্ণ মাক্ষিক এভাগ সৈন্ধাৱ লোণ, ৰামী টেঙা নাইবা সোলঙা টেঙাৰ ৰসত মাৰি জুই দি লোৰ পাত্ৰত থন্তিৰে অনবৰত লাৰি বঙা হলে নমাই থব। এনে কৰিলে স্বৰ্ণ

মাক্ষিক শোধন হয়।

**স্বর্ণক্ষিৰিণী**—কুহুম কাঁইট বঙলা শিয়ালকাঁটা। Cleome falina,Syn: Agremone Mexicana. ই তিক্তৰস বিৰেচক, বমি কাৰক কফ ক্রিমি, আনাহ, ৰক্তপিত্ত, কণ্ডু, কুষ্ঠ আৰু বিষদোষ নাশক।

## (হ)

**হংস**—হাঁহ বঙলা হাঁস ইয়াৰ মঙহ উষ্ণবীর্য্য, গুৰুপাক, স্নিগ্ধ, পুষ্টিকৰ, শুক্রবর্দ্ধক বলকৰ, কফজনক, বায়ু নাশক, স্বৰ পৰিষ্কাৰক।

**হংসবীজ**—হাঁহকণি, হাঁহৰ ডিমা। মধুৰ ৰস, উষ্ণবীর্য্য, লঘুপাক, বলকাৰক, শুক্রবর্দ্ধক, কাঁহ, হৃদ্রোগ আৰু ক্ষত ৰোগত উপকাৰী।

**হংসপদী**—হাঁহঠেঙীয়া শাক (ব্রাহ্মী শাকৰ দৰে এবিধ চেচুকত গজা লতা জাতীয় শাক।) বঙলা গোয়ালেলতা। Vitis Pedada. ই কটু ৰস, শীতল, গুৰুপাক ৰসায়ন। দাহ, শ্রান্তি, অপস্মাৰ, অতিসাৰ, ৰক্তদোষ আদি ৰোগত উপকাৰী।

**হৰিণ**—তাম ৰৰণীয়া পহুক হৰিণ বোলে ইয়াৰ মঙহ মধুৰ বিপাক, শীতবীর্য্য, লঘুপাক, অগ্নিবর্দ্ধক, মলমূত্র ৰোধক আৰু ত্রিদোষ নাশক।

**হৰিতাল**—হৰিতাল এবিধ উপবিষ ইয়াৰ কেবা বিধো আছে যেনে সাধাৰণ হৰিতাল, গোদন্ত হৰিতাল, বংশপত্র হৰিতাল

ৰোগবিশেষত বেলেগ বেলেগ হৰিতাল প্ৰয়োগ কৰা হয়। ইয়াক শোধন কৰিহে ঔষধত প্ৰয়োগ কৰিব লাগে। হৰিতাল গুৰি কৰি ঘোল, চূণৰপানী আৰু কোমোৰাৰ পানীত ৭ বাৰকৈ ভিজাই শুকাই লব আৰু টোপোলা বান্ধি কাঁজি, কোমোৰাৰ পানী, তিলতেল আৰু ত্ৰিফলাৰ কথত এপৰকৈ দোলা যন্ত্ৰত পাক কৰি ললে হৰিতাল শোধন হয়।

**হৰিতালপক্ষী**--হাইতাল বা হাত্যাল বঙলা হৰিয়াল বা হত্তেলাঘুঘু। ইয়াৰ মঙহ মধুৰ কষায় ৰস, শীতবীৰ্য্য, লঘুপাক, বায়ু প্ৰকোপক, তৃষ্ণা আৰু ৰক্ত-পিত্ত নাশক।

**হৰিদ্ৰা**--হালধি বঙলা হলুধ। Curcuma. Longa. ই উষ্ণবীৰ্য্য, বৰ্ণবৰ্দ্ধক, ৰুক্ষ, ৰক্তপৰিষ্কাৰক, পিত্তনাশক, দাহ নিবাৰক কফ; বাত, ৰক্তদুষ্টি, কুষ্ঠ, কণ্ডু, চৰ্ম্মদোষ, শোথ, পাণ্ডু, ক্ৰিমি, প্ৰমেহ, পীনস আৰু বিষ দোষ আদিত উপকাৰী।

**হৰীতকী**--শিলিখা বঙলা হৰীতকী। Chebula Myrobolan. শিলিখা বহুবিধৰ বুলি শাস্ত্ৰত উল্লেখ আছে। গুণো নানাবিধৰ তাৰতম্য থকা দেখা যায়। শাস্ত্ৰত তলত লিখা হৰীতকীৰ উল্লেখ আছে, হৰীতকী, অভয়া, পথ্যা, কায়স্থা, পুতনা, অমৃতা, হৈমবতী, অব্যথা, চেতকী, শ্ৰেয়সী; শিবা, বয়ঃস্থা, বিজয়া, জীবন্তী আৰু ৰোহিণী। হৰীতকী কেবাটিও ৰসৰ মিলিত স্বাদ-বিশিষ্ট ফল, ই মধুৰ-অম্ল-কটু-কষায়-তিক্ত ৰস কিন্তু কেহাৰ আধিক্য বেছি পৰিমাণে অনুভূত হয়। উষ্ণবীৰ্য্য, মধুৰ বিপাক, লঘু, ৰুক্ষ, অগ্নিবৰ্দ্ধক, মলৰ অধঃ প্ৰবৰ্ত্তক, পুষ্টি, মেধা আৰু আয়ুবৰ্দ্ধক, চকুৰ হিতকৰ

ৰসায়ন। ত্রিদোষ নাশক, শ্বাস, কাঁহ, শোথ, উদৰ, অর্শ, ক্রিমি, মলবদ্ধতা, গুল্ম, আধ্মান, আনাহ, প্লীহা, যকৃৎ, হিক্কা, শূল, হৃদ্রোগ, গ্রহণী, বমি, বিষমজ্বৰ, কামলা, পাণ্ডু, প্রমেহ, অশ্মৰী, মূত্রকৃচ্ছ্র, মূত্রাঘাত প্রভৃতি ৰোগত উপকাৰী।

উপবাস আৰু তেজ্ঞলোৱাৰ পৰা খীনোৱা মানুহে, পথশ্রান্ত কৃশকায়, পিত্তপ্রধান ধাতুৰ মানুহে, গর্ভৱতী তিৰোতাই হৰিতকী খোৱা নিষেধ।

**হবুষা**--মৎস্যগন্ধা ফল ( আইতগছৰ গুটিৰ দৰে আকৃতি ) ই অগ্নিবৰ্দ্ধক, কফ আৰু বায়ুনাশক, অর্শ, গ্রহণী, শূল, গুল্ম, উদৰ আৰু প্রদৰ ৰোগ নাশক।

**হস্তিকণ্ড**--মহাৰাষ্ট্র দেশত হোৱা এবিধ কণ্ড। বঙলা হাঁসাবড়মূলা, ই গুৰুপাক, মলৰোধক, শুক্রবর্দ্ধক, কফ আৰু বায়ু নাশক।

**হস্তিকর্ণ পলাশ**--ডাঙৰ পাতৰ পলাশ বঙলা ভূ-পলাশ ইয়াৰ মূল আয়ু, মেধা, বল আৰু শুক্রবর্দ্ধক। গুটি ক্রিমি নাশক। তেল--বায়ু, কফ, কুষ্ঠ, প্রমেহ আৰু চৰ্ম্ম ৰোগ নাশক।

**হস্তিঘোষা**--ধুন্দুলি ৰাজকোষাতকী চাওক।

**হস্তিমাংস**--হাতীৰ মঙহ অম্ল লবন মধুৰ ৰস গুৰুপাক, স্নিগ্ধ, দুর্জ্জৰ, অগ্নিমান্দ্য জনক, পুষ্টিকৰ।

**হস্তিমূত্র**--হাতীৰ মূত উষ্ণবীর্য্য বায়ুনাশক, হেকতি, শ্বাস, শূল আৰু ভূতেশ্বৰাত উপকাৰী। বাহিৰে ঘহিলে খব,

পকতীয়া আদিত উপকাৰ হয়।

**হস্তি-শুণ্ডী**--হাতীশুৰীয়া বঙলা হাতীশুড়ে। Heliotropium Indicum. সান্নিপাত জ্বৰ নাশক। সাপ, বিছা আদিৰ দংশনত ইয়াক খুৱালে উপকাৰ হয়।

**হাৰীত**--হাইতাল চৰাই হৰিতাল পক্ষী চাওক।

**হিঙ্গু**--হিং (হিং নামক এবিধ গছৰ এঠা) ই কটু-তিক্ত ৰস, উষ্ণবীৰ্য্য, লঘুপাক, স্নিগ্ধ, তীক্ষ্ণ, সাৰক, পাচক, অগ্নিবৰ্দ্ধক, স্নায়ুৰ উত্তেজক, অজীৰ্ণ শূল, ক্ৰিমি নাশক ৰুচিকৰ, পাচক, আৰু বাত শ্লেষ্মা নাশক

**হিঙ্গুপত্ৰী**---বাহপতীয়া বন বঙলা বংশপত্ৰতৃণ। Balanites Roxburghii. ই অগ্নিবৰ্দ্ধক,ৰুচিকৰ, পাচক, ক্ৰিমি নাশক আৰু বাত শ্লেষ্মা নাশক।

**হিঙ্গুল**---হিঙ্গুল বা হেঙ্গুল বঙলা হিঙ্গুল। মইঁৰ গাখীৰ অথবা জামিটেঙাৰ ৰসত ৭ বাৰ ভাবনা দি শুকাই পাচত ৭ বাৰ আদাৰ ৰসত গাৰি শুকাই ললে হিঙ্গুল শোধন হয়। মতান্তৰে ছাগলীৰ গাখীৰত ভাবনা দি তাৰ পাচত অম্লবৰ্গ আৰু আদাৰ ৰসত ভাবনা দিলে হিঙ্গুল শোধিত হয়। ই উষ্ণবীৰ্য্য, ত্ৰিদোষ নাশক, জ্বৰ, প্লীহা, কামলা, আমবাত, হৃল্লাস, বিষদোষ আৰু কুষ্ঠ ৰোগ নাশক।

**হিজ্জল**-- হিদালগছ বঙলা হিজল। Barringtonia acutangula. Syn. Engenia A. ই মল সংগ্ৰাহক, কফ পিত্তকাৰক, বায়ুৰোগ নাশক, পবিত্ৰ ভূত আৰু গ্ৰহাবেশৰ শান্তি

কাৰক।

**হিন্তাল**—হেমতাল বঙলা হাঁতাল। Phoenix Paludosa. ই শীতল, তৃষ্ণা নাশক, শ্রান্তিনাশক, কফবৰ্দ্ধক, বায়ু, পিত্ত আৰু দাহ ৰোগত উপকাৰী।

**হিলমোচিকা**---হেলচী শাক। মৎস্যাক্ষী চাওক।

**হীৰক**—এবিধ প্ৰসিদ্ধ ৰত্ন; ইয়াক শোধিত আৰু জাৰিত কৰি ঔষধত প্ৰয়োগ কৰা হয়। আয়ু, বল, বীৰ্য্য, বৰ্ণ, পুষ্টি, শুক্র, ৰতিশক্তি আৰু উত্তেজনা বৃদ্ধি কৰে; উষ্ণবীৰ্য্য ৰসায়ন।
ঘোৰাৰ মূত বা ভেকুলীৰ মূতত মাৰি ৭ বাৰ পুত পাকত পুৰিলে হীৰা শোধিত হয়।

**হ্ৰস্বপঞ্চমূল**--বিষনি সাৰটা, মাইখাতী, তিতভেকুৰি, কণ্টকাৰী আৰু গোক্ষুৰ এই পাঁচ বিধৰ মূলকে হ্ৰস্ব পঞ্চমূল বোলা হয়। ই লঘুপাক, মলৰোধক, বলকাৰক, পুষ্টিজনক, বাতপিত্ত নাশক, জ্বৰ, শ্বাস, কাঁহ আৰু অশ্মৰী নাশক।

**হ্ৰীবেৰ**—সুগন্ধি বালা বঙলা গন্ধবালা; ই শীতল লঘুপাক পাচক, অগ্নিবৰ্দ্ধক, চুলিৰ হিতকৰ, পিত্ত নাশক, তৃষ্ণা, বমি, জ্বৰ, অতিসাৰ, কুষ্ঠ, শ্বিত্ৰ আৰু ব্ৰণ নাশক।

## (ক্ষ)

**ক্ষৱক**—হাঁচতী বা হাঁচুতী বঙলা হেঁচেতা। Dregea volubilis. Syn. Hoya viridiflora. উষ্ণবীৰ্য্য, তীক্ষ্ণ, পিত্ত আৰু অগ্নিবৰ্দ্ধক, কফ আৰু বায়ু নাশক। ভূতেধৰাত উপকাৰী।

**ক্ষাৰ**—খাৰ ; নানা জাতীয় বস্তুৰ পৰা খাৰ উলিয়াব পাৰি যেনে :—কল গছ, নাৰিকল গছ, পলাশৰ ছাল, গোবৰ শুঠা প্ৰভৃতি নানা জাতীয় বস্তু পুৰি তাৰ ছাই সৰাই ললে খাৰ বাহিৰ হয়। খাৰ মাত্ৰকেই উষ্ণবীৰ্য্য, তীক্ষ্ণ, লঘুপাক, পাচক, অগ্নিবৰ্দ্ধক ক্লেদজনক, দাহ আৰু ছেদন কাৰক।

**ক্ষীৰকাকোলী**—অষ্টবৰ্গৰ অন্তৰ্গত এবিধ ফল। ই মধুৰ ৰস, শীতল, স্নিগ্ধ, গুৰুপাক, পুষ্টিকৰ, শুক্ৰবৰ্দ্ধক, কফ জনক, বাতপিত্ত নাশক, জ্বৰ, দাহ ৰক্তপিত্ত, ক্ষয় আৰু বায়ু ৰোগত উপকাৰী। ইযাৰ অভাবত শতমূল নাইবা অশ্বগন্ধা মূল দিযা হয।

**ক্ষীৰভুম্বী**—জাতিলাউ বঙলা মিঠা লাউ ; ই মধুৰ ৰস, শীতল, স্নিগ্ধ, গুৰুপাক, বল পুষ্টি কাৰক, শুক্ৰবৰ্দ্ধক, গৰ্ভ পৰিপোষক, কফজনক, বাতপিত্ত নাশক।

**ক্ষীৰবিদাৰী**—ভূঁইকোমোৰা, ভূমিকুষ্মাণ্ড চাওঁক।

**ক্ষীৰিবৃক্ষ**—বট, আহঁত, ধোপ, পাকৰী আৰু এৰা ডিমৰু এই পাঁচবিধ গছ ক্ষীৰিবৃক্ষ ইয়াৰ বাকলি পঞ্চ বল্কল নামে পৰিচিত, ই শীতল, ৰুক্ষ, কফ পিত্ত নাশক, শোথ, যোনিৰোগ আৰু স্তন দোষত উপকাৰী। ইয়াৰ পাত--শীতবীৰ্য্য, লঘুপাক, মলৰোধক, কফ আৰু বায়ু নাশক, মলমূত্ৰৰোধ আৰু ৰক্তদুষ্টি নাশক। ইয়াৰ ফল-- শীতল, গুৰুপাক, বিষ্টম্ভী, মলৰোধক, বায়ু প্ৰকোপক আৰু কফ পিত্ত নাশক।

**ক্ষুদ্ৰজম্বু**—খুদিয়া জাম, বঙলা বনজাম, মলৰোধক, কফপিত্ত নাশক, দাহ আৰু ৰক্তদোষত উপকাৰী।

**ক্ষুদ্ৰাম্লিক**—চেংৰীটেঙা বঙলা আমৰুল শাক। অম্বষ্ঠা চাগুক।

**ক্ষৌদ্ৰমধু**—মাখিমৌৰ চাকত হোৱা মৌ। ই শীতল বাতপিত্ত নাশক, চকুৰ হিতকৰ, ধাতু পোষক।

**ক্ষুদ্ৰচিৰ্ভটী**—ঘামক বাটীৰ আকৃতিৰ এবিধ লতা ফল, ই দাৰক বল আৰু পুষ্টি জনক গুটি মূত্ৰ বিৰেচক।

—ঃ×ঃ—

# পৰিশিষ্ট

**অগ্ৰজ্বালী**—আগজ্বালা শাক, কটুৰস, কফ নাশক, পিত্ত-বৰ্দ্ধক, উষ্ণবীৰ্য্য, ৰেচক বেদনা নাশক। ইয়াৰ শাক গাৰ বিষ আৰু পেটৰ অসুখত উপকাৰী।

**অম্ল**—টেঙা বঙলা অম্ল বা টক, টেঙা ৰসৰ সাধৰণ গুণ, অগ্নি, পিত্ত আৰু কফ বৰ্দ্ধক, বায়ু নাশক, শীতবীৰ্য্য, ধাৰক আৰু তৃষ্ণা শান্তি কাৰক।

**অম্লবাৰ্ত্তাকু**—বিলাহী বেঙেনা বা টেঙা বেঙেনা বঙলা টম্যাটো বা চাটনী বেগুন। অম্ল মধুৰ ৰস, অগ্নি আৰু পিত্তবৰ্দ্ধক, বায়ু আৰু কফ নাশক, শীতবীৰ্য্য, অম্লবিপাক, মলভেদক, পুষ্টিকাৰক ধাতুবৰ্দ্ধক, কান্তিজনক, আৰু তৃষ্ণা শান্তি কাৰক।

**অহ্নিশাক**—পদিনা জাতীয় এবিধ শাক, ই কটুৰস, উষ্ণ-বীৰ্য্য, শ্লেষ্মা আৰু বাত নাশক।

**আউনীয়া পাণ**—এবিধ পাণ, ই কটু-তিক্ত-কষায় ৰস, উষ্ণবীৰ্য্য, বলবৰ্দ্ধক, পচন নিবাৰক।

**ওলকবি**—প্ৰসিদ্ধ পাচলি। ই মধুৰ ৰস বাত পিত্ত কফ নাশক, শীতবীৰ্য্য, মধুৰ বিপাক, মলবৰ্দ্ধক, বিষ্টম্ভী আৰু পুষ্টিজনক।

**কণ্টকী কচ্চী**—চেঙামোৰ, কটু কষায় ৰস বাতপিত্ত নাশক উষ্ণবীৰ্য্য, অন্ত্ৰক্ষত আৰু কফ ৰোগ নিবাৰক গ্ৰহণী অম্লপিত্ত বাত আৰু শোথ নাশক।

**কৰঙ্গা**—কৰঙা গছ, ইয়াৰ পাত পলুৱে খায়। ই তিক্তৰস ইয়াৰ গছৰ ক্ষাৰ মূত্ৰ নিঃসাৰক।

**কবয়ী মৎস্য**—কাৱৈমাছ, স্নিগ্ধ, শীতল, লঘুপাক, ৰুচি আৰু বলকৰ, বায়ু নাশক, সামান্য পিত্তকাৰক।

**কণ্ডুগুড়ূচী**—গুণৰাজ, ই কলা বগা বৰ্ণ ভেদে দুবিধ উষ্ণবীৰ্য্য, ত্ৰিদোষ, বিষ, জ্বৰ, ভূতদোষ, দেহৰ শিৰাব্যাপ্ততা আৰু চুলিৰ অকাল পক্কতা নিবাৰক। কলা জ্বৰত গুণকাৰক।

**কাংস্য**—কঁাহ, ই এবিধ প্ৰসিদ্ধ মিহলি ধাতু। ইয়াক শোধন মাৰণ কৰিহে ঔষধত ব্যৱহাৰ কৰিব লাগে। কঁাহৰ সৰু সৰু পাত তৈয়াৰী কৰি তিল তেল, ঘোল, কঁাজি, গৰুৰ মূত আৰু কুলঠি কলাইৰ কোৱাথত তিনি বাৰকৈ পুৰি তিয়াব। ইয়াৰ পাছত সমজোখ গন্ধক আৰু আকনৰ আঠাৰে এই পাতবোৰ লেপ দি গজপুতত দুই তিনিবাৰ পুৰিলে কঁাহ জাৰিত অৰ্থাৎ ভস্ম হয়। ই উষ্ণবীৰ্য্য, লঘু, অগ্নিবৰ্দ্ধক, পাচক, ৰুক্ষ কফপিত্ত আৰু চকুৰ ৰোগত উপকাৰী।

**কুদ্দাল**—(অশ্মন্তক) ওডালগছ, ইয়াৰ গুটি কৃষতা কাৰক (লেখন) ধাৰক কফ আৰু বায়ু নাশক।

**কামিনীফুল**—কটুতিক্ত ৰস, উষ্ণবীৰ্য্য, কটুবিপাক আৰু ব্ৰণ নাশক।

**কাঞ্জলিকা**—কাজলগেৰী, বঙলা নীল হলুদ তিক্ত-কটু ৰস শীতবীৰ্য্য, বাতপিত্ত নাশক, ৰক্তপিত্ত, অম্লপিত্ত, আৰু মূত্ৰকৃচ্ছ্ৰ নাশক।

**কালপাত**—এবিধ সৰু গুল্ম জাতীয় গছ। ইয়াৰ পাত লৰা ছোৱালীৰ জাণ্ডঠা ৰোগত ব্যৱহাৰ কৰে।

**কুঞ্জিকা**—কুঁজিথেকেৰা বা কুঁজিকোৱা, বাত, শোথ আৰু কফ নাশক ৰুচিকৰ।

**খণ্ডিভকর্ণ**—কুনথাৰা বা বিহা, ইয়াৰ মূলৰ প্ৰলেপ দিলে পকা ফোঁহোৰাৰ পুঁজ ওলায় আৰু কঁচা ফোঁহোৰাৰ বিষ কমে ইয়াৰ সূতাৰ কাপোৰ তিৰোতাৰ পক্ষে সৌভাগ্য জনক বুলি শাস্ত্ৰত কথিত আছে। পুৰণি কালত ইয়াৰ সূতাৰে তিৰোতাৰ আগুৰাণ কাপোৰ তৈয়াৰ কৰিছিল কাৰণে ইয়াৰ এটা নাম বিহা বুলিও জনাজাত।

**খলিশমৎস্য**—খলিহা বা খলিহনা মাছ, লঘুপাক, ৰুচিকৰ কষ্ম, মলৰোধক, বায়ুপ্ৰকোপক, শূল আৰু আমদোষ নাশক।

**গৰয়ী মৎস্য**—গৰৈ মাছ, ই লঘুপাক, ৰুচিকৰ, অগ্নি, বল আৰু বীৰ্য্যবৰ্দ্ধক ত্ৰিদোষ নাশক।

**গৰ্গৰ মৎস্য**—গাগাল মাছ, মধুৰ ৰস, শীতল, কফ বৰ্দ্ধক, বেমাৰী অৱস্থাত কুপথ্য।

**গঙ্গাটেয়**—নিচিলা বা মিছামাছ, গুৰুপাক, ৰুচিকৰ, বায়ু নাশক শ্লেষ্ম বৰ্দ্ধক।

**গিৰিকদলী** বা **গজবল্লভা**—আঠিয়াকল বা ভীমকল,

ইয়াৰ ফল শীতবীৰ্য্য, ৰুচিজনক, গুৰুপাক, বল আৰু বীৰ্য্য বৰ্দ্ধক পিপাসা, পিত্ত, দাহ আৰু শোষ নাশক।

**চিলিচিম**—চেংমাছ, লঘুপাক, ৰুক্ষ, বায়ুবৰ্দ্ধক আৰু কফ নাশক।

**দেবদূতী**—জবাটেঙ্গা, মধুৰ ৰস, শীতবীৰ্য্য, ৰুচিজনক, ত্ৰিদোষ নাশক।

**দেবসৰ্ষপ**—নৰশিংগছ, ৰুচিকৰ, অগ্নিপ্ৰদীপক, লঘুপাক কফ আৰু বাত নাশক।

**পলাশী**—পানীপোতনী বা ভাতপান্তা ই অম্ল-মধুৰ ৰস, পিত্ত প্ৰকোপক, মুখৰোগ আৰু অৰুচি নাশক।

**পালঙ্ক শাক**—পালং শাক, সাৰক, গুৰুপাক, বিস্তম্ভী, ৰুক্ষ, বায়ু, পিত্ত, শ্বাস আৰু ৰক্তপিত্ত ৰোগত উপকাৰী।

**পেটিকা**—জপাপেটাৰী বা জপাবন্ধা গছ, ইয়াৰ মূলৰ প্ৰলেপ যোনিভেদ নামক ৰোগ নাশক।

**ফুলকবি**—স্বনাম খ্যাত পাচলি, ই মধুৰ ৰস, গুৰুপাক ত্ৰিদোষ নাশক।

**বন্ধাকবি**—ইয়াৰ শাক মধুৰ ৰস, গুৰুপাক. বাত নাশক, পিত্ত বৰ্দ্ধক, বলকৰ, মলবৰ্দ্ধক আৰু বিস্তম্ভী।

**বীত**—বীত-পালং, ইয়াৰ তলত কণ্ড হয়। ই মধুৰ ৰস, শীতবীৰ্য্য পুষ্টিকৰ আৰু ত্ৰিদোষ নাশক।

**বৃক্ষাম্ল**—আমচেকুৰা, তেঁতেলীৰ পাতৰ দৰে এবিধ সৰু লতা জাতীয় গছ, উষ্ণবীৰ্য্য, বাত নাশক, কফ আৰু পিত্ত বৰ্দ্ধক।

**বহুনেত্ৰ**—মাটিকঠাল, আনাৰস বা সফৰি কঠাল। সাৰক, বল আৰু ৰুচি কাৰক, তৃপ্তিজনক, বাত আৰু ক্ৰিমি নাশক। গছৰ কুঁহি পাত ক্ৰিমি নাশক।

**মৰিচ**—জালুক, ৰুক্ষ, লঘুপাক, পিত্তবৰ্দ্ধক, কফ আৰু বায়ু নাশক, ৰুচিকৰ, পাচক, অগ্নিবৰ্দ্ধক, শ্বাস, শূল, হৃদ্ৰোগ ক্ৰিমি আৰু বিষ দোষ নাশক।

**ৰৌপ্য**—ৰূপ বা ৰূপা সৰু সৰু পাত কৰি লৈ ধাতু শোধন কৰা প্ৰনালী মতে তেল আদিত শোধন কৰি দুভাগ গন্ধক এভাগ পাৰদৰ সৈতে জামি টেঙাৰ ৰসত মাৰি ১৪ বাৰ গজপুতত পুৰিলে ৰূপ ভস্ম হয়। ই শীতল, স্নিগ্ধ, সাৰক, গুৰুপাক, বাতপিত্ত নাশক বয়ঃস্থাপক আৰু প্ৰমেহ নাশক। অশোধিত আৰু ভালকৈ ভস্ম নোহোৱা ৰূপা বহুবিধ দোষ জনক।

**লতাপনস**—তৰমুজ, শুক্ৰবৰ্দ্ধক; বলকাৰক, তৃপ্তিজনক, পিত্ত আৰু দাহ নাশক।

**শঙ্খ**—ইয়াক পুৰি ঔষধত ব্যৱহাৰ কৰা হয়। ই লৱণ ৰস, উষ্ণবীৰ্য্য, ক্ষাৰ গুণ বিশিষ্ট, ক্ৰিমি, শূল, অম্লপিত্ত, গুল্ম, যকৃৎ, প্লীহা আদি ৰোগত উপকাৰী।

---

# শুধৰণী

১৯ পৃষ্ঠাত--কিৰাত শব্দৰ অসমীয়া নাম চিৰতা পৰি গৈছে।

২১ " খদিৰ শব্দৰ অসমীয়া নাম খয়াৰ পৰি গৈছে।

৩২ " তগৰ শব্দৰ অসমীয়া তগৰপাদুকা ইয়াক কিছুমানে তালজুৰীবাও বোলে।

৬৯ পৃষ্ঠাত —ময়ুৰ শব্দৰ অসমীয়া নাম আজ্ঞাচিত নহৈ বনসট হ'ব।

৬৯ " মৰ্কটি শব্দৰ অসমীয়া নাম বগা আজ্ঞাচিত নহৈ বনসট হ'ব।

৭৫ " মূৰ্ব্বাৰ অসমীয়া নাম ধেনুসজা গছ। ই আনাৰস শ্ৰেণীৰ পাতৰ চিত্ৰ বিচিত্ৰ আঁক থকা গছ, ই লতা জাতীয় নহয়।

৭৬ " মৃনাল শব্দৰ ৪ টা শব্দৰ পাছত "মোলান" শব্দ এটি পৰি গৈছে ।

৭৭ " যবতিক্তা শব্দৰ গুণত যকৃৎদোষ নিবাৰক যোগ হ'ব।

৯২ " বিষমুষ্টি আতইচ আতইচ আৰু এই শব্দই প্ৰধানত কুচিলাকো কোৱা হয়।

৯২ " বিষমুষ্টি শব্দ মতান্তৰে মহানিমু গছকো কোৱা হয়।

৯৫ " শৰপুঙ্খা শব্দৰ অসমীয়া নামত মতান্তৰে বননীলো হয়; ই প্লীহা আৰু যকৃতৰ দোষ নিবাৰক।

১০২ " সৰ্পগন্ধা মতান্তৰে অসমীয়া চান্দো বঙলা চটো চাঁদৰ বোলে। ইয়াৰ গুণ তিক্তৰস, কফ নাশক শীতবীৰ্য্য, স্নায়ুশিথিলতা কাৰক, নিদ্ৰাজনক বায়ু আৰু জ্বৰ বিকাৰত মূৰত তেজ উঠিলে তৎক্ষণাৎ তেজৰ ছাপ কম কৰি দিয়ে আৰু মূৰ শীতল কৰে। সাপে কামুৰিলেও ইয়াৰ মূল খুৱালে ভাল হয়।

১০৩ " সিতপুষ্প শব্দৰ অসমীয়া নাম মাটিকঁয়া নহৈ মথা হ'ব।